# ফুলমণি

এখনি চিত্ৰ উপন্যাস

ড° দেৱ প্ৰসাদ বৰুৱা







অভিজাত পুস্তক প্ৰতিষ্ঠান
পাণবজাৰ গুৱাহাটী-৭৮১০০১

## ॥ চৰিত্ৰ পৰিচয় ॥

| | |
|---|---|
| লক্ষেশ্বৰ বৰুৱা | স্বাধীনতা সংগ্ৰামী, উকীল |
| ঐ, স্ত্ৰী | লিপিকা বৰুৱা |
| ঐ, কন্যা | ফুলমণি |
| ঐ, পুত্ৰ | ৰত্নেশ্বৰ |
| ঐ, বোৱাৰী | কণু |
| ডাঃ সুৰজিৎ বৰুৱা | জেলৰ ডাক্তৰ |
| ঐ, স্ত্ৰী | মনোৰমা |
| ডাঃ নীলাঞ্জন হাজৰিকা | লক্ষেশ্বৰ বৰুৱাৰ ভাবি জোঁৱাই |
| ৰামৰতন বৰা | দেউতাকৰ বন্ধু সম্বন্ধত ফুলমণিৰ খুৰা |
| নবীন | সুৰজিতৰ ভৃত্য |
| ইভা বৰা | জেলৰ মেট্ৰন |
| মিনি | কণুৰ ছোৱালী |
| মিনু | ৰামৰতনৰ ছোৱালী |
| এনা | নাৰ্ছ |
| মিলি | মিনিৰ বান্ধৱী |

# ফুলমণি

উপন্যাসখনৰ চৰিত্ৰ তথা ঘটনাসমূহ সম্পূৰ্ণ কাল্পনিক আৰু কোনো বাস্তৱ ঘটনাৰ লগত ইয়াৰ সম্বন্ধ নাই।

—লেখক

## এক

জেললৈ বন্দী বা আচামী আনিলে জেল কর্তৃপক্ষই প্ৰথমতে দুটা কাম কৰিব লাগে। এটা হৈছে বন্দীৰ ভিন ভিন বিৱৰণ থকা 'হিষ্ট্ৰি টিকট' বা বন্দীৰ নাম-ধাম আৰু অভিযোগৰ এখন তালিকা প্ৰস্তুত কৰা; আনটো অপৰিহাৰ্য কৰ্তব্য হৈছে 'হেলথ পাছ' কৰা। জেলৰ স্বাস্থ্য বিষয়াই নিজে বা তেওঁৰ তত্বাৱধানত এই 'হেল্থ পাছ' কামটো সম্পাদন কৰে। আচামীৰ ক্ষেত্ৰত এই 'হেলথ পাছ' অৱশ্যে কৰ্তব্য। ইয়াত আচামীৰ স্বাস্থ্য সম্বন্ধে এখন তালিকা কৰা হয়। বন্দীৰ স্বাস্থ্য সম্পৰ্কীয় প্ৰয়োজনীয় তথ্যপাতিৰ উপৰিও তালিকাখনত সংশ্লিষ্ট ক্ষেত্ৰত এনে কিছুমান বিৱৰণো থাকিব যাৰপৰা সহজেই বন্দীক চিনাক্তকৰণ কৰিব পৰা যায়। বন্দীৰ শৰীৰত কিবা আঘাত চিহ্ন বা আন দৰ্শনীয় চিন কিবা আছে নেকি সেই বিষয়েও তালিকাখনত লিখিব লাগিব।

একৈশ বছৰীয়া ফুলমণি বৰুৱা এটা হত্যাকাণ্ডৰ অভিযোগত আচামী হৈ আহিছে। জেলত মহিলা বন্দীসকলৰ কাৰণে মেট্ৰন থাকে। মহিলা বন্দীক খানাতলাচ বা বিশেষ ধৰণৰ পৰীক্ষা কৰিব লগা হলে মেট্ৰনৰ সহায়েৰে স্বাস্থ্য বিষয়াই কৰায়। জেলবিলাকত মহিলা ডাক্তৰ নায়েই। সেই কাৰণে পুৰুষ ডাক্তৰে মহিলা বন্দীক কেনে পৰিস্থিতিত পৰীক্ষা কৰিব সেই বিষয়ে জেল মেনুৱেলত বিতং বিৱৰণ আছে। বৃটিছ চৰকাৰে সকলো বিষয়তে প্ৰায় পানীসৰকিব নোৱাৰাকৈ কেনেকৈ যে বিধানবোৰ কৰি গৈছে সেই কথা ভাবি আচৰিত হব লাগে। এনেয়েনো কেতিয়াবা ডাঙৰ ডাঙৰ বিষয়াই

কয় নে যে বৃটিছৰ দিনতেই বহুতো নিয়ম ভাল আছিল। বৃটিছৰ দিনত প্ৰায়বোৰ জেলতে কম্বল ধোৱাৰ কাৰণে স্বয়ংক্ৰিয় মেচিন আছিল, পিছলৈ সেইবোৰৰ ধ্বংসাৱশেষহে ৰ'লগৈ। তাকে দেখি স্বাধীন যুগৰ বিষয়া এজনে কৈছিল এৰা বৃটিছৰ দিনতেই ভাল আছিল। তেওঁলোকে বন্দীয়ে গৰম পানীৰে গা ধুবৰ কাৰণে খাৱাৰ বাথৰ দিহাও ৰাখিছিল; পিছে বৃটিছে ভাৰত এৰি যাওঁ যাওঁ হোৱাৰ সময়তে পানীৰ পাইপবোৰ কোনোবাই বোলে চুৰ কৰি নিলে। যাদুঘৰৰ প্ৰদৰ্শনীমূলক দ্ৰব্য হিচাপেহে এতিয়া সেইবিলাক ডিঙি ভঙা টেকেলিৰ দৰে থিয় হৈ আছে। বিষয়াজনে বৃটিছৰ দিনতেই এইবোৰ ব্যৱস্থা ভাল আছিল বোলাৰ কথাও।

ফুলমণি বৰুৱাৰ স্বাস্থ্য অটুত আছিল। বি. এ. পাছ কৰা বছৰতে দেউতাকৰ মৃত্যু হোৱাত বিশ্ববিদ্যালয়ৰ ক্লাছত নাম লিখাব নোৱাৰিলে। পৰিয়ালৰ একমাত্ৰ ছোৱালী। দেউতাকৰ প্ৰায় সমবয়সী এজন লোকক হত্যা কৰাৰ অভিযোগত তেওঁ জেললৈ আহিব লগা হৈছে।

মেট্ৰনে ফুলমণিক ডাক্তৰৰ সন্মুখত হাজিৰ কৰাত মুহূৰ্তৰ কাৰণে ডাক্তৰ সুৰজিৎ বৰুৱা থমকি ৰ'ল। কাৰণ ছোৱালীজনীৰ ৰূপ আছে, চাৱনি আৰু ব্যৱহাৰো যথেষ্ট মধুৰ। যৌৱনৰ বান আহিলে সাধাৰণতে ছোৱালী যিমান সুশ্ৰী হৈ উঠে সেই সকলোখিনি মাধুৰ্যৰে সন্মুখত ফুলমণি বৰুৱা থিয় হোৱা কাৰণেই সুৰজিতে মুহূৰ্তৰ কাৰণে হতবাক হৈ গৈছিল। ফুলমণিৰ ব্যক্তিগত স্বাস্থ্য তালিকাত তেওঁ কি লিখিব? মেট্ৰনৰ মতে ফুলমণিৰ শৰীৰৰ কোনো ঠাইতে আঘাত বা আন লক্ষণীয় চিন একো নাই। চিনাক্তকৰণৰ কাৰণে অন্ততঃ মুখ মণ্ডলত একো চিন নাই নে? কিছুসময় মেট্ৰনৰ ৰিপ'ৰ্টটো পঢ়ি আকৌ এবাৰ ফুলমণিৰ মুখলৈ চাই তালিকাখনত লিখিলে। এটা অন্ততঃ চিনাক্তকৰণৰ উপকৰণ মুখখনত আছে; বাওঁফালৰ গালখনৰ তললৈ, নাকৰ বাওঁকালে, ওপৰৰ ওঁঠৰ কিছুদূৰত ধুনীয়াকৈ বগা মুখখনৰ ওপৰত এটা সৰু তিল। ক'লা তিলটোৱে বগা মুখখন

অধিকতৰ সুশ্ৰী কৰিছে, নে তাত কিবা বিসঙ্গতি আনিছে? চন্দ্ৰতো বোলে কলঙ্ক থাকে। কিন্তু চন্দ্ৰবদনৰ প্ৰতি মানুহ ইমান আকলুৱা কিয়? পূৰ্ণিমাৰ জোনৰ প্ৰতি মানুহৰ ইমান স্নেহ কিয়? চৰকাৰী দায়িত্বত থকা সত্বেও ডাক্তৰজনো মানুহহে! তাতে তেওঁ বিবাহিত হলেও যুৱক। গতিকে ফুলমণিৰ মুখখন দেখি তেওঁ থমকি ৰৈছিল। চুপৰীয়া নিজৰ কোৱাৰ্টাৰলৈ গৈ ঘৈণীয়েকক কৈছিল, "হেৰা আজি বৰ ধুনীয়া ছোৱালী এজনীক জেললৈ আনিছেহে। নাম ফুলমণি, দেখিবলৈ ফুলৰ দৰে। তাইনো বাক মাৰ্দাৰ কৰিব পাৰে নে? তাইৰ নিচিনা ছোৱালীৰ কাৰণেহে বৰং মাৰ্দাৰ হব পাৰে।" ঘৈণীয়েকে ডাক্তৰ স্বামীৰ কোটটো আৰি থবলৈ সামৰি নিওঁতে কৈছিল, "চাবা আকৌ, মাৰ্দাৰৰ ভাব মনলৈ আহিলে তুমিয়ে কি জানি সেই গৌৰৱ অৰ্জন কৰিব পাৰা! কিন্তু বাবু, নচলিব— তোমালোকৰ জেল মেনুৱেল মতে ফিমেল ৱাৰ্ডলৈ কোনো নৰমনিচ পুৰুষৰূপত সতকাই যাব নোৱাৰে।"

ডাক্তৰ সুৰজিৎ বৰুৱাই ভাল পাই মনোৰমা বৰুৱাৰ লগত এই ঘটনাৰ পাঁচ বছৰমানৰ আগতে বিবাহপাশত আবদ্ধ হৈছিল। ল'ৰা ছোৱালী হোৱা নাই, ডাক্তৰে জানে যে জীৱনলৈ মনোৰমাৰ কোলা শুৱনি কৰিবলৈ সন্তান নাহে। কিন্তু তাৰ কাৰণে তেওঁৰ খেদ নাই। মনোৰমায়ো জানিছিল যে তেওঁ কেতিয়াও মাতৃ হব নোৱাৰে। কেতিয়াবা কান্দি কান্দি চকুৰ পানীয়ে সম্মুখৰ পৃথিৱী ধুঁৱলি-কুঁৱলী কৰি দিয়ে। কেঁকুৰি কেঁকুৰি সুৰজিতক কয়, "সু, তুমি আকৌ বিয়া কৰোৱা মই মত দিছোঁ। সতিনী আহিলেও মই তোমাক সমানেই ভাল পাম।" এই বুলি কৈ আকৌ কান্দে। সুৰজিৎ এনেবোৰ কথাত উত্তেজিত হৈ উঠে। উত্তেজিত হৈ উঠিছিল তিনি বছৰৰ আগতে যেতিয়া মনোৰমাৰ মাতৃত্বৰ ক্ষমতাহীনতা ডাক্তৰি পৰীক্ষাৰদ্বাৰা সাব্যস্ত হৈছিল আৰু যেতিয়া সুৰজিতৰ বুকুৰ মাজত মূৰটো গুজি দি কান্দোনত পাগলিনী হৈ উঠা মনোৰমাই কৈছিল, "সুৰজিত মই মত দিছোঁ তোমাৰ দ্বিতীয় বিবাহৰ কাৰণে।" একে

উত্তেজনাৰে সুৰজিতে কৈছিল "দ্বিতীয় বিবাহৰ প্ৰতি তোমাৰ ইমান যদি আশা তেনেহলে আগতে বিধৱা হৈ লোৱা। মই কিমান একাচেকা মানুহ জানি লবা।" মনোৰমাই চকুৰ পানীৰে সুৰজিতৰ বুকু ধুৱাই দিছিল। সেইদিনাৰপৰা তেওঁলোকৰ কোনোৱেই দ্বিতীয় বিবাহ বা বিধৱা হোৱাৰ কথা উল্লেখ কৰা নাছিল। কিন্তু ৰসিকতা কৰিছিল। যেনেকৈ অলপ আগতে ফুলমণি প্ৰসঙ্গত স্বামীক খোচা দিছিল।

"সু, মাৰ্দাৰটো বাক বাদ দিলোঁ। কিন্তু ফুলমণিৰ ফুল চুৰ কৰিলে চুৰিৰ অপৰাধত জেল খাটিব লাগিব।" কথাখিনি হাঁহিভৰা দুষ্টামিৰে কয়। এনে ৰসিকতা সুৰজিতে সহ্য কৰিব নোৱাৰে। মনোৰমাৰ বাহিৰে আনৰ লগত সামান্যভাৱে ধেমালিৰ খাতিৰত মনোৰমাই নিজে ৰগৰ কৰিলেও সুৰজিত খঙত একো নাই হৈ যায়। এতিয়াও কলে "তুমি অকলে ভাত খোৱাগৈ। মোৰ এতিয়া ভোক লগা নাই। কোটটো দিয়া মই চেম্বাৰলৈ যাওঁ।" কিবা কথাত খং উঠিলে ভাত নাখাওঁ বুলি কোৱা বেমাৰটো সুৰজিতৰ ক্ষেত্ৰত বহুত পুৰণি।

"চেম্বাৰত ফুলমণিক বহুৱাই থৈ আহিছা নেকি?" আকৌ মনোৰমাৰ মুখত দুষ্টামিৰ হাঁহি।

সুৰজিতে কোট নিপিন্ধাকৈয়ে খঙৰ চাটত কমটোৰপৰা ওলাই যাব ধৰোঁতেই পিছপিনৰপৰা হাতখনত খাপ মাৰি ধৰি মনোৰমাই কয়, "তুমি ধেমালিও নুবুজা নে? তোমাৰ দ্বিতীয় বিবাহ হলেও মোৰ লগতেই যে হব লাগিব।" মনোৰমাৰ চকুপানী টপ টপকৈ পৰিছিল। সুৰজিতে মনোৰমাক বুকুৰ মাজলৈ টানি আনি মুখত মুখ লগাই কলে, "তোমাৰ লগততো মোৰ দৈনিক বিবাহ হয়। এই হিচাপত পাঁচ বছৰত বছৰে ৩৬৫ দিন হিচাপত, আমাৰ বাক কিমানবাৰ বিবাহ হ'ল হিচাপ কৰাচোন।

"এওঁ ৰব ডাঙৰ মৌখিকটো দিছে! বাক আজিৰ দিনটোৰ কাৰণে মোকে ফুলমণি বুলি ভাবি লোৱা।"

এইবাৰ কিন্তু সুৰজিতৰ ধৈৰ্যচ্যুতি ঘটিল। একেকোবেই তেওঁ

বাহিৰলৈ ওলাই আহি জেলগেটৰ ভিতৰ পালেহি। চেম্বাৰত কিছুসময় বহাৰ পিছত দেখে যে ঘৰত কাম কৰা ল'ৰাটোৱে হাতত চিঠি এখন লৈ আহিছে। খঙতেই সোধে, "কিহৰ চিঠি?"

"চাৰ, আইদেৱে দিছে।"

চিঠিখন মাত্র এশাৰীৰ; সম্বোধন কৰা নাই, তলত কাৰো নামো নাই। কিন্তু আখৰখিনিয়ে কয় যে এইখন মনোৰমাই লিখিছে— পাঁচ বছৰৰ আগতে বিবাহৰ আগতে যেনে আখৰেৰে লিখিছিল, ঠিক তেনে আখৰ। পাঁচ বছৰৰ আগতে লিখাখনৰ লগত এইখন চিঠিৰ আকাশ পাতাল পাৰ্থক্য। এইখনত মনোৰমাই লিখিছে "তুমি যদি স্ত্রীহীনা হব নোখোজা তেনে হলে তোমাৰ প্রেমিকাৰ ওচৰলৈ একমিনিটতে গুচি আহাঁ।" সুৰজিতৰ খঙ উঠিল নিজৰ ওপৰতেই, ইমান খঙাল হলে সংসাৰ চলে নে?

জেলৰ ভিতৰৰ চেম্বাৰৰপৰা কোৱাৰ্টাৰটো প্রায় এক মিনিটৰে বাট। ভিতৰ সোমাই দেখে যে মনোৰমাই ধুনীয়াকৈ সাজি হৈ বেডৰুমৰ কাষৰ খিৰিকীখনৰ ওচৰত থিয় হৈ বাহিৰলৈ চাই আছে। সুৰজিৎ কাষলৈ অহা গম পাই মনোৰমাই কলে, "এতিয়াও প্রেমিকৰ ভাব যোৱা নাই। পাঁচ বছৰৰ আগৰ দৰে ঠিক ঘৰীৰ কাঁটাই কাঁটাই লগধৰাৰ নিয়ম।" চাৰিখন ওঁঠ এখন হৈ গৈছিল। নবীনৰ মাততহে নিস্তব্ধতা ভংগ হ'ল, "আইদেউ ভাত সজালোঁ।"

## দুই

কুলমণিৰ দেউতাক লক্ষেশ্বৰ বৰুৱা ছুৰাৰোগ্য ব্যক্তি, প্রায় এবছৰ কাল শয্যাগত হৈ আছিল। ১৯২১ চনৰেপৰা স্বাধীনতাৰ আন্দোলনত কেইবাবাৰো জঁপিয়াই পৰিছিল, ভিন ভিন সময়ত প্রায় চাৰে চাৰি বছৰ কাল জেলত কটাব লগা হৈছিল। দেশৰ আন্দোলনৰ খাতিৰত কেইবাবাৰো ওকালতিৰ

ব্যৱসায়ৰপৰা অনুপস্থিতিৰ হেতু আৰ্থিক কষ্ট স্বীকাৰ কৰিব লগা হৈছিল। কিন্তু স্বাধীনতাৰ পিছত অৱস্থা স্থিৰ হ'লত আকৌ ওকালতিৰ ব্যৱসায় আৰম্ভ কৰিলে।. তেতিয়া তেওঁৰ একমাত্ৰ ধ্যান হ'ল ল'ৰাটো আৰু ছোৱালীজনীক সুশিক্ষিত কৰি দেশৰ সুনাগৰিক স্বৰূপে গঢ়ি তোলা। একমাত্ৰ ল'ৰা বঙ্গেশ্বৰে সুখ্যাতিৰে ইঞ্জিনিয়াৰিং পাছ কৰি চৰকাৰী চাকৰিত সোমাল। বোৱাৰীজনী ঘৰলৈ আনোতে যে কিমান আনন্দোৎসৱ হৈছিল। চাকৰি জীৱনৰ কাৰণে পুতেক বোৱাৰীয়েক দূৰত থাকিব লগা হৈছিল। ঘৰত একমাত্ৰ ছোৱালী আৰু পৰিবাৰ।

ডিষ্টিংছন লৈ বি. এ. পাছ কৰি উঠাৰ পিছত বকৰাই ছোৱালী জনীক কলে, "আই তই এম. এ. পঢ়। ইংৰাজী বিষয়তেই দেখোন নাম লগাব পাৰ। ইৰাজীত এম. এ. পঢ়াটো মোৰ জীৱনত হৈপাহ হৈ ৰ'ল। তোৰ যোগেদিয়ে মোৰ সপোন ফলৱতী হওক।" তই কি কৱ মইনা ?"

ফুলমণিৰ লগত দেউতাকে বন্ধুৰ দৰে ব্যৱহাৰ কৰে। শাস্ত্ৰত ষোল বছৰৰ পিছত পুত্ৰকহে মিত্ৰৰ দৰে আচৰণ কৰিবলৈ নিৰ্দেশ দিছে। লক্ষেশ্বৰ বকৰাই কিন্তু জীয়াৰীৰ ক্ষেত্ৰতো একে নীতিকেই বৈষম্য নৰখাকৈ চলাই আহিছে। ফলত মাকতকৈ দেউতাকৰ ওচৰত ফুলমণি বেছি সহজ।

কগ্ন দেউতাকৰ কাষত বহি মূৰ পিটিকি পিটিকি আৰু কপালত হাত বুলাই ফুলমণিয়ে দেউতাকক কয়, "দেউতা, মই পঢ়িবলৈ গলে তোমাক কোনে চাব ? মাইতো পাকঘৰখনকে এৰিব নোৱাৰে। তুমি যে মাই নাবান্ধিলে একো বস্তুৰে সোৱাদ নোপোৱা। বৌইঁত ঘৰত থকা হলেও মই এৰি যাব পাৰিলোহেঁতেন। এতিয়া আৰু নপঢ়ো দেউতা। তোমাৰ ভাল হৈ গলে নাইট শ্বিফটৰ ল কলেজতে পঢ়িম বুলি ভাবিছোঁ।"

"কিন্তু তই ইংৰাজী পঢ়াৰে কল্পনা মই ইমান দিনে কৰি আছিলোঁ। মোৰ সপোনটো জানো দিঠকত পৰিণত নহব ?"

"কিয় দেউতা মই ওকালতি পাছ কৰি তোমাৰ প্ৰফেছনকে লম বুলি ভাবিছোঁ। তোমাৰ আশীৰ্বাদেৰে ইয়াত সফলতা লভিব নোৱাৰিম জানো?"

"পাগলী ছোৱালী, তই কিয় ওকালতি কৰিব লাগিছে। পিছত কি কব নাজানো। কিন্তু মই থাকোঁতেই তোৰ বিয়াখন দি যোৱাৰ কাৰণেও মোৰ বৰ চিন্তা হয়।"

কিছু সময় মৌন হৈ থাকি ফুলমণিয়ে কয়, "দেউতা, মোক ঘৰৰ-পৰা পঠিয়াবলৈ তুমি ইমান চিন্তা কৰিব লাগিছে কিয়? মই বোলে ঘৰত এৰাতি নাথাকিলেও তোমাৰ বেয়া লাগে। এতিয়া আকৌ বিয়া দি দূৰ কৰিব খুজিছা। তোমাৰ মৰমটো বুজিছো যোৱাঁ।"

এনেতে মাকে ভিতৰৰপৰা আহি মাত লগালে, "আপুনি নো কি ফেচফেচাই আছে ছোৱালীজনীৰ লগত। ঔষধখিনি খালে নে?"

"তুমি নাহিলে ঔষধ নাখাওঁ বুলিতো জানাই। তুমি অহালৈকে বৈ আছিলোঁ।" মাক অহাত দেউতাকৰ কোঠাৰপৰা ফুলমণি আঁতৰি গ'ল। তাই জানে যে দেউতাকে প্ৰায়ে মাকৰ হাতৰপৰাহে ঔষধ খায়। সংসাৰ সম্পৰ্কে বুজন হৈ উঠা ফুলমণিয়ে জানে যে বয়সে মাক দেউতাকৰ মৰমক জয় কৰিব পৰা নাই। দেউতাকে ৰুগীয়া শয্যাৰ-পৰা মাকলৈ বাট চাই থাকে আৰু মাকেও সময় পালেই একে কোবে দেউতাকৰ ওচৰ পায়হি। ফুলমণিয়ে পৰিস্থিতি বুজি আঁতৰি যায়।

"তাইৰ লগতনো আপুনি বিয়াৰ কথা পাতিব পায় নে? বোৱাৰীৰপৰা চিঠিখন পোৱাৰ পিছত ময়ে তাইক সুধিম বুলি ভাবিছিলোঁ। আপোনাক এৰি পঢ়িবলৈও যাব নোখোজে। বাহি জোৰা আহিলে বিয়াখনকে হৈ যাওক।"

"কণুমায়ে নো কি লিখিছে? তুমি দেখোন মোক কোৱাই নাই?"

"বোৱাৰীয়ে লিখিছে যে বকুৰ বোলে ডাক্তৰ বন্ধু এজন আছে,

নীলাঞ্জন হাজৰিকা নামৰ। অলপ মাত্ৰ জাতবহে ইকাল সিকাল। আজিকালিতো জাতপাতৰ বিচাৰ সিমান নাই। ল'ৰাই ইয়াৰে মেডিকেল কলেজত চাকৰি কৰে, দেখিবলৈও বেছি ভাল যেন লাগে। ফটোও এখন পঠাইছে চাওকচোন।"

লিপিকাৰ হাতৰপৰা ফট'খন লৈ লক্ষেশ্বৰ বৰুৱাই কয়, "মোৰ চচমা যোৰ দিয়াচোন।" দুৰ্বল হাতেৰে বিতচকুযোৰ পিন্ধি কিছুসময় চাই থাকি উত্তৰ দিয়ে, এৰা ল'ৰাটো দেখাত বেচ ভাল। আমাৰ মাজনীৰ লগত মিলিব। ল'ৰাৰ মত সম্পৰ্কে বোৱাৰীয়ে কি লিখিছে ?"

"এক হিচাপত ল'ৰাই মত দিছেই। ফুলমণিৰ ফটোখন দেখিয়েই বোলে মত দি পেলালে। ল'ৰাৰ মাক-দেউতাকেও আপোনাক বোলে জানে, তেখেতসকলবো বোলে মত আছে। নীলাঞ্জনে হেনো কৈছে যে বি. এ. পাছ ধুনীয়া বোৱাৰী এজন পাবলৈ তেওঁলোকে হেঁপাহ কৰি আছে। বোৱাৰীৰ লগতে আমাৰ বন্ধুয়ো চুলাইনমান লিখিছে। আমাৰ মত জানিব পাৰিলে বোলে নীলাঞ্জনৰ দেউতাকে নিয়মত ছোৱালী খুজি প্ৰস্তাৱ দিব।"

লিপিকাই কথাখিনি বহুত আগ্ৰহাই আনিছে। গিৰিয়েক আজি আছে, কাইলৈ নাই, গৃহস্থ ঘৰত থকা অৱস্থাতে যদি ছোৱালী উলিয়াই দিয়াৰ দায়িত্বটো পালন কৰিব পাৰে তেনেহলে ডাঙৰ চিন্তা এটা আঁতৰিব।

"লিপি, তুমি ফুলক পঠিয়াই দিয়াগৈচোন। তাইৰ লগত মযে কথা হৈ চাওঁ।"

"চাব আকৌ যেনে অভিমানী ছোৱালী কেনেবাকৈ না কৰিব লাগিলে বিপদ হব।"

ফুলমণিৰ আঁৰ কৰি আনৰ কথা শুনাৰ অভ্যাস নাছিল। মাক দেউতাকে কথা পাতিলেতো সেইকালে মনেই নকৰে। অৱশ্যে মাজৰ কোঠাৰ আলমাৰিটোৰপৰা এখন কিতাপ আনিবলৈ যাওঁতে কথাৰ আঁত ধৰি বিয়া-বাকৰ কিবা কথা হৈছে বুলি গম পাইছিল। মাক

পাক ঘৰলৈ যোৱাৰ পিছত আহি বাপেকক সুধিলে, "দেউতা, তুমি বোলে চমন দিছিলা।"

"আইজনী, মোৰ ওপৰতহে চমন জাৰী হৈছে। সেই কাৰণেই ভাবিছিলোঁ যে সিপুৰীলৈ যোৱাৰ আগতে তোক যদি এজন উপযুক্ত ল'ৰাৰ হাতত গটাই যাব পাৰোঁ।"

"মোক তুমি যমদূতৰ হাতত নগতালেও হব" এই বুলি কৈ দেউতাকৰ বিছনাৰ ওচৰতে ফুলমণি চকীখনত বহি পৰে।

"মাৰ বোধহয় যমদূতৰ হাতত্হে পৰিছিল ?"

"কিয় দেউতা, তুমি সাক্ষাৎ দেৱতা। মাই তোমাক স্বামীদেৱতা হিচাপে পাই ধন্য।"

"তেনেহলে আমি তোৰ কাৰণে এজন দেৱতা আনিছোঁ, তই যদি আপত্তি নকৰ, আমি কামত আগবাঢ়িব পাৰোঁ।"

"বুজিছা দেউতা, যমে নিলেও নিয়া, জোঁৱায়ে নিলেও নিয়া। তোমালোকৰ কথাত মই জানো কেতিয়াবা আপত্তি কৰিছোঁ?" এই বুলি কৈ ফুলমণি কোঠাটোৰপৰা আঁতৰি যায়গৈ।

লিপিকা সোমাই আহি কয়, "মই নকৈছিলোঁ নে, তাই আমাৰ বাছনিত আপত্তি নকৰে। নীলাঞ্জনে ইয়াৰে মেডিকেল কলেজত কাম কৰে। তেওঁক এবাৰ চাহ খোৱাৰ চলেৰে মাতি পঠালে কেনে হয়।"

"লিপি, তোমাৰ কথাতো মই কেতিয়াও আপত্তি কৰা নাই। এই ত্ৰিশ বছৰে কৰিছোঁ জানো কেতিয়া? অলপ ওচৰলৈ আহাচোন।"

ঘৈণীয়েক ওচৰলৈ আহিলত হাতখনত ধৰি কয় বকৰাই গালত হাত ফুৰাই ক্ষীণকণ্ঠেৰে সোধে, "লিপি আমাৰ দিনবোৰ বাৰু মনত পৰে নে? তোমাৰ মুখখন দেখিলে আমাৰ মধুৰ দিনবোৰৰ কথা মনত পৰে।"

লিপিকাৰ গালেদি দুধাৰি চকুলো বৈ গৈছিল। স্বামীৰ মুখৰ ওচৰলৈ মুখখন আনি কয়, "আপুনি আদেশ দিয়ক মই নীলাঞ্জনক এবাৰ মতাই অনাৰ ব্যৱস্থা কৰোঁ।"

'কৰা, বোৱাৰীহঁতলৈও খবৰ দিবা। দুদিনমানৰ কাৰণে ছুটি লৈ আহক।"

"মই সিহঁতলৈ আজি টেলিগ্ৰাম কৰিছোৱেই। ফুলেই ফন'-গ্ৰামটো কৰি দিছে।"

## তিনি

ফুলমণিহঁতৰ ড্ৰইংৰুম। বজ্ৰেশ্বৰে নীলাঞ্জনৰ লগত ল'ৰালি কালৰপৰা আৰম্ভ কৰি নানা বিষয়ে গল্প কৰি হাঁহিৰ বগৰ তুলিছে। নীলাঞ্জনক কয়, "তই ভাই বৰ চিৰিয়াচ। তই কিবা চাকৰিৰ ইণ্টাৰভিউ দিবলৈ আহিছ নেকি? স্কুলত পঢ়োঁতেতো ইমান গহীন নাছিলি! চাবলৈ আহিছ মোৰ ভনীক, কিন্তু তইহে কইনাৰ ভাও লৈছ দেখোন।"

নীলাঞ্জনে কি কওঁ কি নকওঁ ভাবি থাকোঁতেই কণুৱে আহি বজ্ৰেশ্বৰক কপট ভৰ্ৎসনা কৰি কয়, "তুমি বাৰু স্কুলৰ দিনৰ বন্ধু হ'ল বুলিয়ে এওঁক ইমান আমনি কৰিব লাগে নে? ডাঃ হাজৰিকা এওঁৰ কিছুমান বিচাৰত এতিয়াও শৈশৱ পাৰ হোৱাই নাই।"

নীলাঞ্জনে উত্তৰ দিয়ে, "মোতকৈ আপুনি সৰু যদিও নিশ্চয় আপোনাক নবৌ বুলিব লাগিব?"

"অঁতো, সামাজিক মৰ্যাদা ক'লৈ যাব? আগৰ দিনত বৌ-শাহুৰ ওচৰত বোলে দৰাই আঠুও লৈছিল।"

কৈছিল মিচিকিয়া হাঁহিৰে। কিন্তু নীলাঞ্জনৰ পিছৰ কথাখিনি শুনি এইবাৰ কণুয়ে লাজত মুচকচ যোৱাৰ অৱস্থা। নীলাঞ্জনে কৈছিল, "মই বাৰু সময়ত এহাত মাটি চেলেকিবলৈ দিলেও বাধ্যত পৰি ছোৱালী পোৱাৰ খাতিৰত সেইটো কৰিব লাগিব। কিন্তু বজ্ৰেশ্বৰৰ ল'ৰালি কালৰ কথা কৈ এনে অপমান কৰিলে আপোনাৰ গাতো বোধ হয় লাগিব। আপোনালোকৰ নিজৰ ছোৱালীজনী বৰ মৰম-

লগা হৈছে। তাইক দেখাব পিছত অলপ আগতে বরুক মই কৈছিলোঁৱেই যে সি পৌৰুষ প্ৰমাণ কৰিব পাৰিছে।"

"আপোনালোক বহক, মই চাহৰ যোগাৰ কৰোঁগৈ।" এই বুলি লাজত বঙাচিঙা পৰি কণুৱে দ্ৰইংৰুমৰপৰা অন্তৰ্ধান হয়।

নবৌৱেকৰ তদাৰকিত চাহৰ ট্ৰেখন লৈ আহে তললৈ মূৰ কৰি ফুলমণিয়ে। চাহ-মেজৰ খাদ্য সম্ভাৰ ইতিমধ্যেই টেবুলত সজাই থোৱা আছিল। কণুৱে অলপ আগতে নিজে লাজত পৰা ঘটনাৰ গুৰুত্ব পাতলাবলৈ কৈ উঠে, "ডাঃ হাজৰিকা, ইয়াত চাহকাপৰ বাহিৰে বাকী সকলো বস্তু আজি পুৱাৰেপৰা পাকঘৰত বহি বহি বাটলৈ চাই চাই ফুলমণিয়েহে কৰিছে।"

নীলাঞ্জনে উত্তৰ দিয়ে, "বন্নই মোক কৈছিলেই আপোনাৰ ননদে বোলে ঠিক এনে এটা দিনত আপুনি কৰাৰ দৰেই কৰিছে।"

সকলোৱে হাঁহিলে! নীলাঞ্জনেও নিমিষতে ফুলমণিৰ লাজুকীয়া মুখখন চাই ললে। তেওঁৰ বিচাৰত ভুল হোৱা নাই। এইজনী ছোৱালী যেন সাক্ষাৎ তিলোত্তমা।

"বৌ, মই বাক এতিয়াৰেপৰা মান ধৰিছোঁ। কিন্তু এইটো দ্বিপাক্ষিক। মোকো মান ধৰিব লাগিব।"

"বৌৱেকে আকৌ কেনেকৈ মান ধৰে?"

"কিয়, সামাজিক মৰ্যাদা মতে ননদ জোঁৱাইক কোনোবাই বিলাতী কায়দাত মিঃ অমুক, ডাঃ তমুক বুলি মাতে নেকি?"

কণুৱে মানৰ মৰ্যাদা পাই আগৰ অস্বস্তিকৰ পৰিস্থিতিটো পাহৰি কয়, "বাক মই যি বুলি মাতো মাতিম। কিন্তু মই আপোনাক তুমি বুলি মাতিব নোৱাৰোঁ। বয়সবোতো এটা মৰ্যাদা আছে। তাতে আপুনি প্ৰথম শ্ৰেণীৰ ডাক্তৰ।"

সামাজিক মৰ্যাদা আৰু বয়সৰ মৰ্যাদাৰ বাদানুবাদ চলি থাকোঁতে বগেশ্বৰে কৈ উঠে, "কণু তোমাৰ মোৰ লগত তৰ্ক কৰি কৰিও আমনি লগা নাই নে? একেদিনাই দেখোন নীলক বশ্যতা স্বীকাৰ কৰাব খুজিছা।"

"ফটো দেখিয়েই যি বশ হৈ যায় সেইজন পুৰুষ বশংবদ হবই হব, চাই থাকিবা। তিবোতা সেকন্না বুলি বাক নকৰোঁ।"

নীলাঞ্জন আৰু ফুলমণি দুয়ো লাজতে তলমূৰ কৰে। চকুৰে ইঙ্গিত দি কণুৱে কয়, "মই বাৰু তামোল পাণৰ বটাটো আনোগৈ। আপোনালোকে কথা পাতক।"

কিছুসময়ৰ পিছত বত্নেশ্বৰো কিবা কথাৰ অজুহাতত ড্ৰইংৰুমৰপৰা ওলাই যায়। কোঠাটোত নীলাঞ্জন আৰু ফুলমণি অকলে। ফুলমণিয়েই প্ৰথমতে মাতে, "আপোনাক আৰু একাপ চাহ দিম নেকি?"

নীলাঞ্জনে কয় "হওক তেও, নিমাতীকন্যায়ো মাতিব জানে! মই ভাবিছিলোঁ ইমান ধুনীয়া ছোৱালীজনী চামোন হৈ আছে কিয়।"

ফুলমণিয়ে চাহৰ কাপটো টেবুলত থব খোজোঁতে নীলাঞ্জনে কয়, "আমি হাতে হাতে দিলেহে খাওঁ।"

"কাবোবাৰ হাতখন চুটি হলে অৱশ্যে হাততেই তুলি দিব লাগিব।"

"গোটেই মানুহজনীকে যেতিয়া হাতত তুলি দিয়াৰ আয়োজন চলিছে, তেনে অৱস্থাত চাহৰ কাপটো হাতত তুলি দিলে মহাভাৰতখন অশুদ্ধ হব নেকি?"

দুয়োৰে মাজত প্ৰথম কথা-বতৰাখিনি হৈছিল অনুচ্চ স্বৰত। এনেতে বত্নেশ্বৰে প্ৰায় নাটকীয় ভঙ্গীত বেগাই আহি সোধে, "হেৰ' নীল, মই ভাবিছিলোঁ তইঁতৰ কথাৰ কেলকেলনিত বাকীবোৰ থাকিবই নোৱাৰা হব।"

"দাদা" ফুলমণিয়ে কয় "তুমি চিঞৰি কথা পাতিলে আচৰিত হ'লাহেঁতেন নেকি?"

"নহয় অ' আৰুৰি! তইঁতৰ নিস্তব্ধতাইহে মোক ভৰাই তুলিছিল। এই পাৰগুটো যেনেহে মানুহ। সেই কাৰণে বেগাই আহিছিলোঁ।"

"যোৱা দাদা, তুমি বৰ দুষ্ট" এই বুলি একে লৰতে ফুলমণিয়ে ড্ৰইংৰুমৰপৰা ওলাই গ'লগৈ।

"বয়, তই বৰ লাজত পেলাব অ'। বাক, মা-দেউতাক এবাৰ দেখা কৰিব লাগিছিল নহয় ?"

"ব'ল, মা-দেউতা ছুয়ো দেউতাৰ কোঠাতে আছে। বুঢ়া বয়সতো ইজনে সিজনক এৰি থাকিব নোৱাৰে।" বন্ধুৰ কথাই এনেকুৱা ধৰণৰ।

লক্ষেশ্বৰ বৰুৱাৰ কোঠালৈ সোমাই গৈ ছুয়োকে সেৱা জনাই নীলাঞ্জনে সোধে, "দেউতা, এতিয়া গাটো ভাল পাইছে নে ?"

"আছোঁ আৰু কোনোমতে। পিছে ডাক্তৰ জোঁৱাই পাবলৈ আশা বাখোঁ বুলি বিয়ৈ-বিয়নীলৈ লিখিব পাবোঁ নেকি ?"

নীলাঞ্জনে উত্তৰত কয়, "আপোনালোকে ফুলমণি আৰু মোক আশীৰ্বাদ কৰক। মই বন্ধুক আগতেই কথা দিছিলোঁ। ফুলমণিৰ আপত্তি নাথাকিলে মই প্ৰস্তুত আছোঁ।"

ড্ৰইংৰুমলৈ ঘূৰি আহি নীলাঞ্জনে দেখে যে ফুলমণি অকলে বহি আছে। এইবাৰো ফুলমণিয়েই প্ৰথমতে মাতে, "আপুনি বাৰু নিজে মোক এবাৰ সোধাৰ প্ৰয়োজন অনুভৱ নকৰিলে কিয় ?"

"কাৰণ সোধাৰ আগতে তোমাৰ চকু আৰু মুখনিয়ে মোক আগতেই উত্তৰ দি দিছিল। মই বুজা উত্তৰটো বাৰু সঠিক নে ?"

লাজুকীয়া দৃষ্টিৰে চাওঁ নাচাওঁকৈ ফুলমণিয়ে নীলাঞ্জনক কয়, "মই উত্তৰ নিদিয়া হলে, পৰপুৰুষক ইমান আগ্ৰহেৰে সুধুৱালোহেঁতেন। দাদা-বৌ আৰু দেউতা-মাৰ বাছনিত মই আপত্তি কৰাৰতো থল নাই। আপোনাৰ প্ৰশংসাত দাদা-বৌ পঞ্চমুখ।"

"নিজৰ একা ?"

"মই ক'ম দাসীক চৰণত ঠাই দিয়া প্ৰভু।"

"ইমান মধ্যযুগীয়া ভাষাৰে নহয়। কোৱা নীলাঞ্জন, মই তোমাৰ।"

"মই সেইটো মুখত আনিব নোৱাৰোঁ। তোমাক মই তুমি বুলিব নোৱাৰোঁ।"

হাঁহিত ব'ব নোৱাৰা হৈ নীলাঞ্জনে উচ্চস্বৰে ক'লে, "তুমি বুলিলাই দেখোন।" ভিতৰ ফালে চাই চিঞৰি উঠিল, "অ' বৌ, বৌ, দেখিছে

ফুলমণিয়ে কেনেকৈ তুমি ভাষা আৰম্ভ কৰিলেহি। বয়সবোতো এটা মৰ্যাদা আছে।"

কণুৱে হাঁহিৰেই উত্তৰ দিয়ে, "কেনে মজা, কৈছিলোঁৱে নহয়। কটো দেখি বশ হোৱা মানুহ বংশবদ হবই হব। ইস! বিয়া যেনিবা এবেঁইহে কৰাবলৈ ওলাইছে প্ৰথম সাক্ষাতত ভাবী স্ত্ৰীৰপৰা তুমি সম্বোধন! এয়া দেখোন জেট যুগক চেৰাই যোৱা আধুনিকতা।"

নীলাঞ্জনে কয়, "বৌ মই জিকিছোঁ। আপুনিও মোক জোঁৱাই হিচাপে তুমি বুলিলেহি। এতিয়া "যাব পাৰোঁ বুলি আদেশ দিলেই আজিৰ ইণ্টাৰভিউ শেষ হব বুলি ধৰিব পৰা হব। চাকৰি এটাও আছে নহয়।"

"ফুলমণিৰ কাৰণে এবেলাৰ কাম খতি হওক দিয়ক।"

ৰত্নেশ্বৰে কৈ উঠে, "কণু, তুমি বৰ কেপেৰি পাতি ল'ব পাৰা। নীলাঞ্জনক যাবলৈ নিদিয়া কিয়?"

নীলাঞ্জনে ইকালে সিকালে চোৱাচুৱি কৰোঁতে কণুৱে মাত লগায়, "ফুলমণিক বিচাৰিছে নেকি? তাই এতিয়া দেউতাকৰ শুশ্ৰূষাত। ডাক্তৰ হৈয়োতো শহুৰেকক এবাৰ চাব নোৱাৰিলে, প্ৰথম দিন হলেও। বাৰু আপোনাক আৰু ৰাখি নথওঁ।"

"মই আহিলোঁ বৌ।"

"নীলাঞ্জন, কাইলৈ আকৌ এবাৰ আহিবা নে?"

ৰত্নেশ্বৰ, কণু, নীলাঞ্জন সকলোৰে মুখত তৃপ্তিপূৰ্ণ এক অব্যক্ত হাঁহি। "যিবা আজ্ঞা বৌ-শাহ" বুলি কৈ উত্তৰবলৈ উপেক্ষা নকৰি নীলাঞ্জনে ওলাই গ'ল।

## চাৰি

কণুহঁত থাকোঁতেই নীলাঞ্জনৰ মাক-দেউতাক আহিছিল ছোৱালী চাবলৈ আৰু খুজিবলৈ। ইতিমধ্যে ল'ৰা-ছোৱালীৰ মন দিয়া-দিয়ি হৈ গৈছে, মাত্ৰ লোকাচাৰ হিচাপে

নতুন মিতিবৰ ঘৰলৈ তেওঁলোক আহিছিল। নীলাঞ্জনৰ মাকে এনে ৰূপৱতী গুণৱতী বোৱাৰীক পাবিলে যেন জগতেই লৈ যাব। কিন্তু বিয়া নাপাতিলেতো নিব নোৱাৰি। সেই বাবে সম্বন্ধটো পকা কৰি বোৱাৰ উদ্দেশ্যে আঙঠিকে পিন্ধাই গ'ল—উৎসাহৰ অতিশয্যত দুটাকৈ আঙঠি দুহাতে। মাকৰ জগত নীলাঞ্জন বেছ সহজ। আঙঠি পিন্ধোৱা অনুষ্ঠানৰ আগদিনা মাকৰ হাতত এটা ডাঙৰ চাবিচুকীয়া পেকেট দি কৈছিল, "মা দেউতাই নেদেখাকৈ এই পেকেটটো তোমাৰ ভাবী বোৱাৰীক দিব পাৰিবা নে?"

"তই বস্ত্ৰ দিবলৈ আৰম্ভ কৰিছই নেকি?"

মাকৰ হাঁহিত নীলাঞ্জনৰ লাজ লাজ লাগি কৈছিল, "এই প্ৰথমবাৰ দিব খুজিছোঁ, তোমাৰ সহায়ত।"

নীলাঞ্জনে পঠিয়াছিল এটা বেঙুনীয়া ৰঙৰ চেট, কপালৰ কাৰণে বেঙুনীয়া টিপ আৰু সেই ৰঙৰ শাৰী, ব্লাউজ, চেণ্ডেল। পেটি-কোটটো দেখি ফুলমণিৰে মৰমতে খং উঠি গৈছিল ইমান অসভ্য। "তুমি যদি ইমান জানাই তেনেহলে ব্ৰা এটাও নপঠালা কিয়?" "বেচাইজৰ হয় বুলি।" ভাবী শহুৰ-শাহু যোৱাৰ পিছত নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি নীলাঞ্জনৰ সামগ্ৰীৰে নিজকে সজোৱাৰ পিছত ফুলমণিয়ে নিজৰ মনতে প্ৰশ্ন কৰিছিল আৰু নিজেই উত্তৰ দিছিল।

আবেলি নীলাঞ্জন আহি দেখে যে ফুলমণিয়ে ধুনীয়াজনী হৈ ড্ৰইংৰুমত বহি আছে, হাতত এখন কিতাপ। কিন্তু সহজেই অনুমান কৰিব পাৰি যে হাতত কিতাপ থাকিলেও চকু আছিল আলিবাটৰ পিনে। নীলাঞ্জন অহা দেখি উগুল থুগুল ভাব লৈ পঢ়াত মন দিয়ে। নীলাঞ্জনেও বুজিছিল যে ফুলমণিয়ে প্ৰতীক্ষাত আছে, বিশেষকৈ আঙঠি পিন্ধোৱা অনুষ্ঠানটোৰ পিছত।

"আজি দেখোন ফুলৰাণী হৈ আছা।"

"উপায় আছে নে? মই বেঙুনীয়া ৰং ভাল পাওঁ বুলি কোনে সংবাদ দিলে?"

"মনত ৰং লাগিলে মনৰ ৰং মানুহে নিজেই বিচাৰি পায়। বাৰু,

মই নিজে তোমাক এটা উপহাব দিবলৈ আহিছোঁ।” এই বুলি বেঙ্নীয়া পাথৰ লগোৱা আঙুঠি এটা, ফুলমণিৰ বাওঁহাতৰ আঙুলিত পিন্ধাই দি কলে, “এইটো আমাৰ আইতাৰ দিনৰ আঙঠি। ঘৰৰ প্ৰায় বোৱাৰীয়ে বোলে পিন্ধিব লাগে মায়ে মোক কৈ গৈছিল যে এইটো হেনো মই নিজে পিন্ধাব লাগে। আমাৰ পৰিয়ালৰ বিশ্বাস যে এই আঙঠি লগত থাকিলে হাজাৰ বিপদেও একো ক্ষতি কৰিব নোৱাৰে। সেই বিশ্বাসতে মই এইটো তোমাক পিন্ধালোঁ।”

মনৰ অপাৰ আনন্দত ফুলমণিৰ চকুপানী ওলাই প'ল। নীলাঞ্জনক সেৱা এটা জনাই ক'লে, “তুমি লগত থাকিলে মোক কোনো বিপদেই চুব নোৱাৰে বুলি মোৰ বিশ্বাস আছে। এই কাৰণেই মুহূৰ্ততে সেই দিদিনা তোমাৰ পদপ্ৰান্তত নিজকে সমৰ্পণ কৰিছিলোঁ। মোক ৰক্ষা কৰিবা তুমি। কিন্তু ইমান সুখ জানো মোৰ সহ্য হব ?”

“দেউতাক চাই আহোঁগৈ ব'লা।”

লক্ষেশ্বৰ বৰুৱাই “বাপা আহিছা” বুলি সম্বোধন কৰি বহিবলৈ নির্দেশ দিলে। “তোমাৰ মাৰা-দেউতাবাৰ লগত কথা-বতৰা হৈ বৰ সন্তোষ পালোঁ। মোৰো শৰীৰ কিছু সুস্থ হৈ উঠিলে দুমাহমানৰ মূৰতে বিয়াখন পাতোঁ বুলি ভাবিছোঁ।”

নীলাঞ্জনে মাথোন কয়, “আপোনালোকৰ ব্যৱস্থাই আমাৰো ব্যৱস্থা হব, দেউতা।”

“তোমাৰ ঔষধৰোৰ খাই মই আগতকৈ বাক পাইছোঁ। মোৰে ভাগ্য তোমাৰ দৰে জোঁৱাই একন পাইছোঁ।”

“ভাগ্য মোৰহে, আপোনাৰ ছোৱালী বৰ গুণৱতী।”

ইয়াৰ পিছত চাহ খাবলৈ বুলি ফুলমণিৰ কোঠালৈ আহোঁতে আলফুলকৈ টেবুলখনত বস্তু সজাই দি ফুলমণিয়ে কৈ উঠে, “দেউতাৰ আগত দেখোন বৰ গুণ বখানিলা। অকল গুণৱতীহে, আমাৰ ৰূপেই নাই নহয় নে ?”

নীলাঞ্জনে উত্তৰ দিব খোজোঁতেই লিপিকা কমটোলৈ সোমাই

আহি জীয়েকক সোধে, "চাহবোৰ চাপে ঠাণ্ডাই হৈ গ'ল। তাই তুমি দেউতাৰাৰ কোঠালৈ যাওঁতেই গৰম কৰি আনিছিলা।"

"নহয় মা, ঠিকেই আছে। অ' আমাৰ মাই আপোনাৰ খুব প্ৰশংসা কৰিলে।"

"দেখিলা মা, বিয়নীয়ে বিয়নীৰহে প্ৰশংসা কৰে। ল'ৰা-ছোৱালী ক'ৰবাতে লুকাল"—এই বুলি কৈ হাঁহি মুখে নীলাঞ্জনৰ পিনে চায়।

লিপিকাই "এইজনীৰ কথা নুশুনিছা" বুলি কৈ কোঠাটোৰপৰা ওলাই গ'ল।

নীলাঞ্জনে কয় "ফুলৰাণী তোমাৰ দেউতাৰাৰ প্ৰতি মোৰ বহু-দিনৰেপৰা শ্ৰদ্ধা আছে। মানুহজনে দেশৰ কাৰণে ইমান কৰিলে অথচ পিছত একো সুযোগ নললে, নাপালেও। ঘটিৰাম-বাতিৰাম কিছুমানো মন্ত্ৰী সদাগৰ হ'ল। দেশৰ কাৰণে ত্যাগৰপৰা হাজাৰ হাজাৰ মাইল দূৰত থকাবোৰো জাকে জাকে এম. এল. এ. হ'লগৈ। ইয়াকেই কয়, 'নেগুৰ কটা বাঘ আজি ৰাজসভালৈ যায়।"

"সেইবোৰ কথানো কিমান কবা? জানা, দেউতাই মোৰ লগত বন্ধুৰ দৰে ব্যৱহাৰ কৰে। ১৯২১ চনতে প্ৰথমতে অসহযোগ আন্দোলনৰ সময়ত স্কুল এৰা, পিছত নিষেধৰ দোকান দিয়া, গান্ধীজীৰ দাণ্ডিযাত্ৰাৰ সময়ত আকৌ আন্দোলনত জঁপিয়াই পৰা, শেহলৈ নানা ঘাত-প্ৰতিঘাতৰ মাজেদি গৈ ওকালতি পঢ়া—এই সকলোবোৰ মোক কৈছিল। দেউতাৰ বিৱৰণ শুনি শুনি মই ভাবোঁ যে কেতিয়াবা এটা জীৱন কাহিনীকে লিখিব লাগিব। আজিকালি দেউতাই প্ৰায়ে কয় যে দেশৰ মানুহ ঠিকেই আছে, কিন্তু দেশ চলাওঁতাবোৰৰ এক বুজন সংখ্যক লোকৰ পদস্খলন ঘটিছে।"

"নঘটিব কিয়? কথাতে কয় নহয় লাইচেন্স পাৰ্মিট ৰাজহ কিছুমানৰ কাৰণেহে 'যোগ্য ভোগ্যা বসুন্ধৰা।'"

ফুলমণিয়ে সোধে, "তুমি এই চহৰৰ এজন বেছ ধনী ব্যৱসায়ীক চিনি পোৱা নে?"

"ব্যৱসায়ীতো বহুত আছে আৰু ১৯৪৭ চনৰ পিছত বহুতেই ধনী হৈ উঠিল। তুমি আগতে ৰাজনীতি কৰা আৰু এতিয়া ৰাজনীতি ব্যৱসায় কৰা লোকৰ কথা কৈছা নেকি ?"

"ধৰা তেনে একেনেই।"

"ধৰা, আজিকালি ৰামৰতন ধৰা বোলা মানুহজনৰ বৰ নাম। নিৰ্বাচনৰ সময়ত বহুত টকা চাপে, আৰু পিছত ব্যৱসায় কৰি দহগুণ শতগুণ উলিয়াই লয়।"

কুলমণিয়ে কয়, "অ' মই তেওঁৰ কথাকে কৈছোঁ। মানুহজনক একদম ভাল নালাগে। সেইভাবে দাদা বুলি মাতে কাৰণে আমিও তেওঁক খুবা বুলি মাতো। সেইভাব অসুখৰ সময়ত মাজে সময়ে খবৰ কৰেছি। মোৰ কিন্তু অসহ্য।"

"কিয়, মানুহ আছিলে কি হ'ল ?"

"অসৎ ব্যৱসায়ী কেতিয়াও সৎ চৰিত্ৰৰ হব নোৱাৰে। তেওঁ আহিলে যেনেকৈ টেলেকা টেলেককৈ চাই থাকে মোৰ খঙেই উঠি যায়।"

"অসুখৰ সময়ত ভদ্ৰতাৰ কাৰণে হলেও মানুহে খবৰ কৰিবই। তুমিতো মানুহৰ প্ৰতি বেয়া ব্যৱহাৰ কৰিব নোৱাৰা।"

"সেইভাই মানুহক বেয়া বুলিব নোখোজে কাৰণেই এনে কিছুমান মানুহক কেতিয়াবা সহ্য কৰিব লগা হয়।"

নীলাঞ্জনে কয়, "জহন্নামে যাওক ৰামৰতন ধৰাবোৰ। এনে মানুহৰ প্ৰসঙ্গই আজিৰ মধুৰ সন্ধিয়াটোকে মাটি কৰি দিব খুজিছে।"

কুলমণিয়ে কৈ উঠে, "ইস ৰাম, মইহে যেবেৰিবাংবোৰ উলিয়ালোঁ। আৰু একাপ চাহ আনি দিম নেকি ?"

"চাহেৰে পেট ভৰিব নেকি ?"

"তেনেহলে মাক কৈ ভাতৰ ব্যৱস্থা কৰোঁ। তুমি আজি ইয়াতে খাই যাব লাগিব। মই নিজে বাঢ়িম। মাই কবলৈ কৈছিলেই।"

"আজিলৈ থাওক দিয়া। এনেও হুনেও পোটা নিয়া তেও হিচাপত কি জানি ঘৰজোঁৱাই হৈ যাওঁগৈ।"

"তেতিয়া হলেতো মোৰেই লাভ। নিজৰ ঘৰ এৰি যাব নালাগিব।"

"তুমি ইমান আগতীয়াকৈ ভাবিছা নে? স্বামীগৃহলৈ যোৱাৰ এবছৰমানৰ পিছতহে নিজৰ ঘৰলৈ আহিব লাগে?"

প্ৰসঙ্গটো সতকাই ধৰিব নোৱাৰি ফুলমণিয়ে সোধে, "তাৰ মানে? এবছৰৰ হিচাপটোনো কি অৰ্থত?"

নীলাঞ্জনে কপট গম্ভীৰ সুৰত কয় "মাতৃত্বৰ অৰ্থত।"

"দুষ্ট ল'ৰা। তোমাৰ লগত কথাই নাপাতো যোৱা।"

এনে সময়তে মাক লিপিকা আহি কয়হি, "তই কথাই পাতি থাকিবি নেকি? বাপাৰ কাৰণে ভাতৰ যোগাৰ নকৰঁ নেকি?"

নীলাঞ্জনে কয়, "আজি মোৰ হচপিটেলত নাইট ডিউটি আছে মা। আন এদিনাখন খামহি। আজিলৈ আহোঁ।"

নীলাঞ্জন গুলাই যায়। নীলাঞ্জন যোৱালৈকে খিৰিকীৰে চাই থাকি বাহিৰৰ জোনাকখিনি ফুলমণিৰ বৰ ভাল লাগি গৈছিল। এনেকৈ দিনে দিনে জীৱনত যাতে জোনাক আহি থাকে, জোনাকৰ স্নিগ্ধতাই যাতে তেওঁলোকৰ প্ৰেম পবিত্ৰ কৰি ৰাখে।

## পাঁচ

ৰামৰতন বৰা আজিৰ দিনৰ সফল মানুহ। এই অঞ্চলত দেশপ্ৰেমৰ ঠিকা কৰি ন চহকী হোৱাসকলৰ তেওঁ অন্যতম প্ৰধান ব্যক্তি। নিৰ্বাচন আহিলে তেওঁ বৰ কৰ্মব্যস্ত হৈ পৰে। শাসন ক্ষমতা লব পৰা দলক ধনে-জনে সহায় কৰিলেতো খৰচ নহয়। ব্যৱসায়ী ভাষাত ই 'ইনভেষ্টমেণ্ট' উপযুক্ত বিনিয়োগ।

বহুজনক সন্তুষ্ট কৰিব নোৱাৰিলে ঠিকা-ঠুকলিও পোৱা নাযায়, বিল পাছ কৰোঁতেও অকিচলৈ ঘৰৰপৰা বহুত বাৰ তাঁত বাতি কাঢ়িব লাগে। দীৰ্ঘদিনৰ অভিজ্ঞতাৰ পিছত তেওঁ কায়দাবোৰ শিকি লৈছে। দেৱ-দেৱীৰ পূজাতেই যিহেতু প্ৰসাদ আৰু ভোগ আগবঢ়াব লাগে তেনেক্ষেত্ৰত 'নতুন সমাজ'ৰ লক্ষ্মীৰ বৰপুত্ৰসকলকতো সন্তুষ্ট কৰিব লাগিব। এনে সন্তুষ্টি সাধনৰ ফলো চমৎকাৰ। আধা সজা মঠাউৰিৰ বাবদ পুৰা টকা পোৱা যায়, দলং নোহোৱাকৈয়ে বিল পাছ হৈ যায় আৰু বালি চিমেণ্ট শিলগুটিৰ পৰিমাণৰ অলপ হেৰফেৰ কৰিলেই বাৰ্ষিক মেৰামতিৰ নামত 'ৰেকাৰিং' ব্যৱসায় এটাও হৈ থাকে।

পঞ্চাচৰ দেওনা পাৰ হোৱা ৰবা বিপত্নিক। ল'ৰাটো হায়াৰ চেকেণ্ডাৰী স্কুলত পঢ়ে, ছোৱালীজনী কলেজত। ফুলমণিতকৈ ছবছৰমানৰহে সৰু। বিধৱা পেহীয়েকে ঘৰখন চলায়। ৰন্ধাবঢ়াত সহায় কৰিবলৈকেতো তিনিবছৰৰ আগতে ঘৈণীয়েক ঢুকুৱাৰ পিছত নিজৰ মানুহ হিচাপে পেহীয়েকক বিচাৰি আনিছিল। সনাতন হিন্দু সমাজখনত বিধৱাশ্ৰেণীৰ দৃষ্টিৰে কিমান যে উপকাৰ সাধন কৰা হ'ল! বিধৱাসকলক ৰাখি থোৱা হ'ল আত্মীয়সকলৰ সহায়ৰ কাৰণে। চকুচৰহা লোকে ইয়াক কয় দাসত্ব, কিন্তু বিধৱাই যে আশ্ৰয় পায় তাকতো আনে নুবুজে! ৰবাই ভাবিচিন্তিয়ে পেহীয়েকক আনিছিল ঘৰৰ তদাৰকি কৰিবলৈ।

টকাৰ চৌ-চৌৱনি হলে কাৰ নো চিত্ত বিভ্ৰম নহয়? ৰবাই আজিকালি খবৰ কাগজো পঢ়ে—চাঞ্চল্যকৰ খবৰবিলাক তেওঁ খেদি খেদি পঢ়ে। এবাৰ এটা খবৰ পঢ়ি তেওঁৰ মনত এটা নতুন ভাৱৰ উদয় হৈ গ'ল। কানাডাৰ পঞ্চাশোৰ্ধ বয়সৰ প্ৰধানমন্ত্ৰীজনে তেওঁতকৈ ২৯ বছৰৰ সৰু ছোৱালী এজনীক বিয়া কৰালে। এইখন পৃথিৱীতে এটা অংশত তেনে হলে তেওঁৰ দৰে পঞ্চাশোৰ্ধৰ বিপত্নিকে কি যুক্তিত 'অবিবাহিত' হৈ থাকিব? তেওঁ মনতে ভাবে, চেষ্টা কৰাত নো ক্ষতি কি? যত্ন কৰিলে বোলে ৰত্ন পায়।

আজি বহুতদিন তেওঁ কামৰ জুমুৰিত লক্ষেশ্বৰ বৰুৱাৰ অসুখৰ খবৰ লবলৈ যাব পৰা নাই। এওঁ অঞ্চলৰে খ্যাতনামালোক। আগতে স্বাধীনতাৰ সংগ্ৰামত অংশ লৈছিল, দেশৰ কাৰণে বহুতো ত্যাগ কৰিছিল। গতিকে নতুন দেশপ্ৰেমিক হিচাপে বৰাৰো বৰুৱা ডাঙৰীয়াৰ খবৰ লোৱাটো এটা ৰাজনৈতিক কৰ্তব্য বুলিয়ে ধৰিছিল।

সেইদিনা বৰা আহিছিল খবৰ লবলৈ। ফুলমণি আৰু নীলাঞ্জনে ড্ৰইংৰুমত কথা পাতি আছে, মাক আছে দেউতাকৰ ওচৰত।

ৰামৰতন আহিলত ফুলমণিয়ে কয়, "অ খুৰা আহিছে? দেউতা নিজৰ কোঠাতে আছে। আপুনি তালৈকে যাব পাৰে।"

বৰাই সোধে, "এওঁনো কোন?"

ফুলমণিয়ে ইতস্ততঃ কৰি কয়, "এখেত মানে ইয়াৰ ডাক্তৰ। আজি কিছুদিনৰপৰা দেউতাক চাইছে।" ফুলমণিয়ে কেনেকৈ কব যে তেওঁ ভাবী স্বামীৰ লগত বহি আছে।

বৰাই ফুলমণিৰ দেউতাকক খবৰ কৰিবলৈ আহিছিল যদিও ড্ৰইংৰুমৰপৰা উঠাৰ উপক্ৰম নকৰিলে। ডাক্তৰ, তাতেই যুৱক। তাতোকৈ ডাঙৰ কথা হ'ল যে ফুলমণিৰ লগত অকলে কথা পাতি আছে। আজিকালি মাক-বাপেকবোৰৰো কাণ্ডজ্ঞান নোহোৱা হ'ল। এনেকৈনো বাক এৰি দিব পায় নে?

বৰাই সোধে, "ডাক্তৰৰ নাম বা কি?"

"নীলাঞ্জন হাজৰিকা," নীলাঞ্জনে উত্তৰ দিয়ে।

হওক তেও, একেবাৰে একে জাতৰ নহয়। অলপ আশ্বস্ত হৈ কয়, বাক তোমালোক বহা, মই দাদাক চাই আহোঁগৈ।

"দাদা, আপুনি কেনে আছে? আজি কেইবাদিনো আহিব পৰা নাই।"

বৰুৱাই আগ্ৰহেৰে উত্তৰ দিয়ে, "মাজতে বৰ অসুবিধা পাইছিলোঁ। আজি কিছুদিনৰেপৰা নীলাঞ্জনে চোৱাতহে আগতকৈ বহুত বাক পাইছোঁ। ল'ৰাটোৰ হাতখন বৰ ভাল।"

“ডাক্তৰৰ লগত বহুতদিনৰ চিনাকি যেন পাইছোঁ।” ৰবাই মন্তব্য কৰে।

ৰকবাই আৰু উৎসাহেৰে কয়, “তেওঁ আমাৰ ৰত্নেশ্বৰৰ বাল্যবন্ধু। এটা ভাল খবৰ দিওঁ। আগতে কবলৈ সুবিধাই পোৱা নাই। নীলাঞ্জনৰ লগত ফুলমণিৰ যোৰা পাতিব খুজিছোঁ। কেনে দেখা?”

ৰামৰতন যেন অলপ আহত হ'ল। কিন্তু ক'লে, “ভালেই হ'ব। ল'ৰাজন দেখিবলৈও ভাল, কথাতো পটুতা আছে।”

লিপিকাই ইতিমধ্যে ভিতৰলৈ গৈ ৰামৰতনৰ কাৰণে চাহ একাপ আনিলেগৈ।

“বৌৰে নো কিয় কষ্টখন কৰিবলৈ গ'ল। মই এনেয়ে খবৰটো লৈ যাওঁ বুলিহে আহিছিলোঁ।”

“কষ্ট নো কি? আপুনি কিমান দিনৰ মূৰত আহিছে। কথাটো শুনিছেই নহয়? সময়ত বিয়াখনত লাগি ভাগি দিবহি লাগিব।”

“সেইটো আৰু কব লাগিছে নে? দাদাৰ ঘৰৰ কাম মানেতো মোৰ নিজৰ ঘৰৰেই কাম বুলি ধৰিব লাগিব।” ৰবাই মুখেৰে কৈছিল এনেদৰে, কিন্তু পেটত আন চিন্তাহে আছিল।

“আজিলৈ বাৰু উঠোঁহে” এই বুলি ওলাই আহি দেখে যে ফুলমণি আৰু নীলাঞ্জনে নিবিড়ভাৱে এতিয়াও কথা পাতি আছে। স্বৰত কিঞ্চিত ৰসিকতাৰ ভাবেৰে নীলাঞ্জনক সোধে, “ডাক্তৰৰ হচপিটেলৰ নাইট ডিউটি আজি ইয়াতে হব নেকি?”

নীলাঞ্জন হয় অপ্ৰতিভ, ফুলমণিৰ উঠে খং। প্ৰথম চিনাকি, তাতে মাত্ৰ কেইমিনিটমানৰ আগতে। গতিকে নীলাঞ্জনে খঙৰ ভাব প্ৰকাশ নকৰি উত্তৰ দিয়ে যথেষ্ট গম্ভীৰ স্বৰত, “আজি মোৰ নাইট ডিউটি নাই। আপুনি ডিউটিৰ কথা সোঁৱৰাই দিয়া বাবে ধন্যবাদ।”

ফুলমণি কিন্তু একাচেকা ছোৱালী। ঘপৰাই কৈ উঠে, “খুৰা, দেউতাৰ খবৰ কৰা হ'ল নহয়? এতিয়া গুচি যোৱাটো আপোনাৰ ডিউটি।”

"হেঃ, তুমি বেয়াই পালা। মই খকন্না ভাবতহে কৈছিলোঁ। আতে আকৌ শুনিলোঁ নতুন সম্বন্ধটোৰ কথা।"

কোনেও একো উত্তৰ নিদিলে। বামৰতনো উঠি চেঞ্জেকা মেকুৰীৰ দৰে ওলাই যাব লগা হ'ল।

"নীলাঞ্জন, দেখিলা: নে মানুহটো কিমান অভদ্ৰ। ছুপইচা হাতলৈ আহোঁতে কেনি যাওঁ গোপাল কেনি যাওঁ কৃপাল যেন হৈ পৰিছে। ভালদৰে শুনাই······।"

মুৰত হাত ফুৰাই দি নীলাঞ্জনে কয়, "খং কৰিলে তোমাক ইমান ধুনীয়া দেখি। গোলাপী মুখখন বেচ ৰঙাচঙা পৰি যায়। আজিৰ-পৰা মই খঙেৰেহে কথা কম। এই ৰূপটোতো মই দেখা নাছিলোঁ।"

"আজিতো দেখিলা। পিছে নতে ন জঁৰা, পুৰণি হলে ছ জঁৰা। পিছলৈ দেখিলেহে লেখিম। বিয়াৰ পিছত বোলে অভিমানবোৰো স্বামীয়ে খং বুলি ভাবে আৰু তাৰেইপৰা হয় অশান্তি। বাৰু অঞ্জন তুমি মোক খং কৰিব পাৰিবা নে?"

"মইতো সৰবজান নহয়। কিন্তু এটা কথা কব পাৰোঁ। তোমাক খং কৰা মানুহ যাতে বাক্‌ৰুদ্ধ হৈ যায়, যাতে তেনে মানুহ অন্ধ হৈ যায়, যাতে তেওঁ পৃথিৱীৰেপৰা আঁতৰি যায়······।"

ফুলমণিয়ে নীলাঞ্জনৰ মুখত টেপামাৰি কৈ উঠে, "আৰু নালাগে ক'ব। তুমি ইমান সাংঘাতিক। খঙো কৰিবা, আকৌ বিধৱা কৰাৰো সপোন দেখা। পুৰুষৰ এয়ে চৰিত্ৰ।"

মুখৰপৰা ফুলমণিৰ হাতখন গুচাই দি হাতত হাত বাখি নীলাঞ্জনে কয়, মণি, মোৰ আজি কামো নাই। নৈৰ কাষৰপৰা অলপ ফুৰি আহোঁগৈ, যাবা নে?

"অঞ্জন, মোৰ যে কিমান মন যায় তোমাৰ লগত একেলগে হাতত হাত মিলাই ফুৰিবলৈ। কিন্তু সেই আনন্দ আমাৰ মিলনক্ষণৰ পিছলৈ থৈছোঁ বুলি কোৱাত সিদিনাখন তুমিও দেখোন মত দিছিলা। আজি এটা কথাত মত সলালে যদি মূল কথাতে তোমাৰ মত সলনি হৈ যায়।"

"এই ছোৱালী, তুমি বৰ কথা ঘূৰাব জানা নেই? ইমান পাকচক্ৰ কৰি কথা কলে পিছলৈ দেখোন নাকত ধৰি ছাকত ঘূৰাবা।"

"সাতপাক ঘূৰাৰ পিছত বাক্যোন খালে এনে বিপদৰপৰা পুৰুষৰ পৰিত্ৰাণ নাই। মই কিন্তু আগতেই জাননী দিছোঁ। পিছলৈ দোষ ধৰিব নোৱাৰিবা।"

লিপিকাই ভিতৰৰপৰা আহি ড্ৰইংৰুমৰ দুৱাৰৰ ওচৰৰপৰা সোধে, "মণি মা, বাপক আজি ইয়াতে খাই যাবলৈ কৈছ নে নাই? মই দেখোন তোক পুৱাতেই কৈছিলোঁ।"

"মা, এওঁ খোৱাৰ কাৰণে অথনিৰেপৰা হুলস্থূল লগাই আছে। ৰাতিপুৱাই ফ'নত খবৰ দিছিলোঁ নহয়। এঘণ্টামানৰেপৰা মাত্ৰ খোৱাৰ কথা সুধি আছে। মইহে কৈ কৈ বহুটাই ৰাখিছোঁ যে বড়া বড়া হৈ গ'লে মাই নিজেই ক'বহি।" মাকক এইখিনি কওঁতে নীলাঞ্জনক চকুৰ টিপ দি মুখ খুলিবলৈ মানা কৰিছিল।

"বাপাক মুখ হাত ধুবলৈ যোগাৰ কৰি দে। দেউতাৰক খাবলৈ দি মই তহঁতৰ কাৰণে যোগাৰ কৰিম।"

মাকে যোৱাৰ পিছত নীলাঞ্জনে খিল খিলকৈ হঁহা ফুলমণিৰ বাহুত ধৰি মৃদু জোকাৰণি এটা দি কয়, "এই তুমি কিমান সাংঘাতিক এতিয়াহে বুজিছোঁ। মোলৈ সপোনতে ফ'ন কৰিছিলা নেকি?

"অ' তো, মই কালি ৰাতি সপোনত তোমাক দেখিছিলোঁ। তুমি অহাত মোৰ সপোন দিঠকত পৰিণত হ'ল। সপোনবোৰ ফলিয়ালে যে কিমান ভাল লাগে।"

"আজি নাইট ডিউটি ইয়াতে হ'ব নেকি?"

দেউতা বেমাৰত পৰি আছে বুলি এইখন হচপিটেল বুলি ভাবিছা নেকি? মই তোমাৰ এতিয়া নাৰ্ছ হব নোৱাৰোঁ। দিঠকৰপৰা সপোন হব নালাগে। বৰ্তমান তুমি মোৰ ওচৰলৈ ৰাতি সপোনত আহি থাকিবা। টোপনি ভাগিলে সেয়ে মোৰ কাৰণে মধুৰ দিঠক হ'ব—যেতিয়ালৈকে তুমি মোক তোমাৰ ওচৰলৈ নিনিয়া।"

"নইতো পাবিলে এই মুহূৰ্ত্ততে নিও।"

"ডাক্তৰ চাহাব এই মুহূৰ্ত্ত বেচিনৰ ওচৰলৈ গৈ হাত মুখ ধুই মাতৃদেৱীৰ আদেশত ভোজন ব্যৱহাৰ কৰিব লাগে।" ফুলমণি সাউতকৰে ভিতৰলৈ যায়গৈ।

খোৱাৰ টেবুলত নীলাঞ্জনে সোধে, "মা, আপুনি নবহে নেকি ?"

ফুলমণিয়ে ততালিকে কয়, "মাই দেখোন ইয়াত থালে পুৱৰ বেলি পশ্চিমে ওলাব। মাই খাব তেওঁৰ স্বামীদেৱতাৰ ওচৰতহে।"

লিপিকাই কাঁহীখন আগবঢ়াই দি কয়, "তুমি এইৰ পেংলাইবোৰ আগলৈ বেছ সহ্য কৰিব লাগিব।"

"মা আপোনাৰ ছোৱালীয়ে যাতে আপোনাৰ আদৰ্শ লয়।"

ফুলমণিয়ে কৈ উঠে, "মই কিন্তু ডাক্তৰ অহালৈকে, ৰাতি এপৰ-খনলৈ বৈ থাকিব নোৱাৰোঁ।" মোহাবিষ্টৰ দৰে নীলাঞ্জনে চায় ফুলমণিৰ মুখলৈ, ফুলমণিয়ে নীলাঞ্জনৰ মুখলৈ।

"বাপা তুমি খোৱাঁ। এইৰ কথা শুনি থাকিলে খোৱাই নহব।"

ফুলমণিয়ে খোৱাৰ পাতৰপৰা মূৰ নদঙাকৈয়ে কয়, "এই আটাইবোৰ অথন্তৰৰ কাৰণে কিন্তু প্ৰথমতে দায়ী দাদা-বৌ আৰু পিছলৈ মা-দেউতা। আৰু এক নম্বৰ দোষী হৈছে ডাঃ নীলাঞ্জন হাজৰিকা।"

এক সুগভীৰ মমতাবোধেৰে সেই ৰাতি নীলাঞ্জনে ফুলমণিৰপৰা বিদায় লৈ যায়গৈ, পিছদিনা আকৌ অহাৰ প্ৰতিশ্ৰুতিৰে।



কেইদিনমানৰপৰা লক্ষেশ্বৰ বৰুৱাৰ স্বাস্থ্য বেয়াৰ পিনলৈ গৈছে। নীলাঞ্জনে আগতকৈ অধিক পৰিমাণে তত্বাৱধান লৈছে—এদিন ছুটি লৈ গোটেই দিনটো শুশ্ৰূষাত আছিল। বৰুৱাই নীলাঞ্জনৰ পিনে চাই অতি ক্ষীণ কণ্ঠেৰে কয়,

"বাপা মোৰ যোৱাৰ সময় হ'লেই যেন পাইছোঁ। ছোৱালীজনীক তোমাৰ হাতত গটালোঁ। তাইক ইমান দিন ভেটকাৰ তলত সযতনে ৰাখিছিলোঁ, নিজৰ ছোৱালী বুলি কোৱা নাই। তাই সঁচাকৈয়ে বৰ ভাল ছোৱালী। তাইৰ সুখ হলে মৰণতো মোৰ কোনো দুখ নাথাকিব।"

"দেউতা আপুনি সেইবোৰ কি কৈছে। এই সময়ত বেছি কথা কলে কষ্টহে হব। আপোনাৰ হাৰ্টৰ অৱস্থা সিমান ভাল নহয়। একেবাৰে উত্তেজনা থাকিব নালাগে। ফুলমণি সদায় ভালে থাকিব। তেওঁ মোৰ কাৰণে জীৱন মৰণ সমস্যা, দেউতা। যি কোনো পৰিস্থিতিত সদায় তেওঁক ৰক্ষা কৰিবলৈ মই যত্ন কৰিম। আপোনাৰ জোঁৱাই হবলৈ পোৱাটো বৰ সৌভাগ্যৰ কথা।" বকৰাৰ দুগালেদি দুধাৰি চকুলো বৈ গৈছিল। আৰু কান্দিছিল লিপিকা আৰু ফুলমণিয়ে।

"মা মই তিৰোতাৰ চকুপানী সহ্য কৰিবলৈ বৰ টান পাওঁ। ফুলমণি, মই কৈছোঁ নহয়, সকলো ঠিক হৈ যাব।"

নীলাঞ্জনে কৈছিল হয়, কিন্তু তেওঁ জানিছিল যে বকৰাৰ অন্তিম সময় উপস্থিত হৈছে। দুই তিনদিনৰ ভিতৰতে অঘটনটো হৈ যাব পাৰে। এই পৰিয়ালটো তেতিয়া পুৰুষ মানুহৰ অনুপস্থিতিত কেনেকৈ চলিব। কাম কৰা সৰু ল'ৰাটোৰ বাহিৰে ঘৰত ইফাল সিফাল কৰিবলৈতো আন মানুহ নাই। বস্তুই এতিয়া বিহাৰত চাকৰি কৰে, সি আহিও থাকিব নোৱাৰে। নীলাঞ্জনে নিজে নো কেনেকৈ থাকে। বিয়াৰ আগতে থকাতো নিতান্তই অসামাজিক কাম হব।

সেইদিনা ৰাতি পৰ দি বকৰাৰ ওচৰত বহি থাকোঁতে নীলাঞ্জনে এইবোৰ কথাকে ভাবি আছিল। লিপিকাই দুৰাতি শোৱা নাছিল। সেইহে হচপিটেলৰ নাইট ডিউটিৰপৰা ছুটি লৈ আহি নিশা নীলাঞ্জনে নিজেই পৰ দিছেহি। ইতিমধ্যে লিপিকাই বকৰাৰ বিছনাৰ ভৰিৰ ফালে মোকোটা মাৰি শুই পৰিছিল। ফুলমণিয়ে টোপনিয়াই টোপনিয়াই বহি থাকি যে কোন মুহূৰ্তত নীলাঞ্জনৰ বাহুত আউজি

শুই পৰিছে। বিনিদ্র যৰখনত একমাত্র সাৰে আছে নীলাঞ্জন। ফুলমণিক অলপ ভালকৈ শুৱাই দিব নেকি, মূৰটো কোলাতে আনি! সিপিনে যে মাক-দেউতাক আছে। ফুলে যদি সাৰ পাই যায় তেনেহলে লাজৰ সীমা নোহোৱা হব—লাজুকী ছোৱালী। বিয়া ঠিক হৈ যোৱাৰ পিছতো হাতখন চুব খুজিলেই উচপ্ খাই উঠে। এনেকৈয়ে শুই থাকক। গাটো যে ইমান গৰম লাগি গৈছে—নিদ্রিতা ফুলমণিৰ মুখখন ইমান সৰল। সম্পূর্ণ নির্ভৰতাত যেন ভাবী স্বামীৰ কাষত আশ্রয় লৈছে।

মূৰটো অলপ ঠিক কৰি দিব খোজোঁতেই ফুলমণিয়ে তন্দ্রাচ্ছন্ন অৱস্থাত চকু মেলি দেখে যে তেওঁৰ মূৰটো নীলাঞ্জনৰ কোলাত। ই সপোন নে বাস্তৱ। ইফালে চাই দেখে যে নিদ্রিত দেউতাকৰ বিছনাৰ একাষে মাকো শুই আছে! টোপনিয়ে বাক ইমান লাজ দিব লাগে নে। হঠাতে ফুলমণি উঠি পৰিল। "অঞ্জন, তুমি মোক ক্ষমা কৰিবা, কালি ৰাতি এক টোপো টোপনি অহা নাছিল। মাইতে বাক কি ভাবিলে।"

"মাইতে কি ভাবিব। ভাগৰত সকলো শুই পৰিছে। মই তোমাৰ টোপনি ভাঙিছিলোঁ নেকি?"

"ইমান আৰাম পোৱা কাৰণেহে মোৰ টোপনি আহি গৈছিল। এনেকুৱাতো আগতে হোৱা নাছিল।"

"এনেকুৱা হোৱাৰ কাৰণো আগতে ঘটা নাছিল। মই বাক তোমাক নির্ভৰতা দিব পাৰিছোঁ নে, ফুলমণি?"

"মোৰ মুখৰ উত্তৰতকৈ ব্যৱহাৰে জানো চকুত আঙুলি দি উত্তৰ দিয়া নাই? অঞ্জন তুমি মোৰ জীৱনৰ সর্বস্ব। তোমাৰ বাহিৰে মোৰ জীৱনত আন পুৰুষ নাছিল, জীৱন গলেও নাথাকিব। তুমি মোক ৰক্ষা কৰিবা, তোমাৰ কাৰণে মই নিজকে ৰক্ষা কৰি চলিম।"

কিছুদিনৰ পৰা ফুলমণিয়ে ৰক্ষা কৰাৰ কথা ৰৰকৈ কৈছিল। দেউতাকৰ অবিহনে সংসাৰখন যে কিমান নিৰাপত্তাহীন হৈ যাব তাকে ভাবিয়ে এনেবোৰ চিন্তা মনলৈ আহিছিল।

"অঞ্জন, তুমি মুখখন ধুই লোৱা। মই চাহ একাপ কৰি আনোগৈ। তোমাৰ আজি বাতি টোপনি কমি, পুৱাই আকৌ হচপিটেললৈ যাব লাগিব। নে অলপ শুই লবা, মই সাবে থাকোঁ।"

"যদি তোমাৰ দৰে শুব লগা হয়গৈ, পুৱতি নিশাৰ গভীৰ নিদ্ৰা। তেতিয়া তোমাৰহে লাজ লাগিব।"

"এতিয়ানো মোৰ সেই ভাগ্য ক'ত হব?" এই বুলি ফুলমণি গ'ল বাথৰুমৰ পিনে। নীলাঞ্জনে বকৰাৰ নাড়ী টিপি দেখে যে এই মুহূৰ্তত বিপদ নাহিলেও অস্থিৰতাৰ কাৰণ আছে।

পুৱাটো ইমান ক্ষকাল লাগিছে। বাতি টোপনি নাই তথাপি ফুলমণিয়ে আনি দিয়া চাহকাপ খাই বেচ উৎফুল্ল লাগিছে।

ফুলমণিয়ে ইতিমধ্যে গা ধুই আহি নীলাঞ্জনৰ ওচৰত থিয় দিছেহি। চুলিখিনি শুকোৱা নাই কাৰণে বেণী বান্ধিব পৰা নাই। বগা ব্লাউজৰ পাছফালে দীঘল কিচ কিচ কৰে ক'লা চুলিখিনিয়ে নীলবৰণীয়া শাৰীৰে সৈতে ফুলমণিক নীলাঞ্জনৰ চকুত কৰি তুলিছিল অপৰূপা।

"ইমান নো কি চাই আছা?"

"চিত্ৰলেখাজনীক পালে কলোহেঁতেন এইখন ছবি আঁকা, এই মুহূৰ্তটো ধৰি ৰাখা, যেনেকৈ লিওনাৰ্ড দা ভিঞ্চিয়ে মনালিছাক ধৰি ৰাখিছিল।"

"আজি দেখোন মানুহৰ শৰীৰ কটা-চিঙা কৰা মানুহে হৃদয় কটা চিঙা কৰিব বিচাৰিছা? এনেকৈ হৃদয়খন ক্ষতবিক্ষিত কৰি দিলে কেনেকৈ থাকিম কোৱাঁ?"

নীলাঞ্জনে আৰু বৰ নোৱাৰিলে। ফুলমণিক বুকুৰ মাজলৈ টানি আনি মুৰত আলফুলকৈ হাত বুলাই বুলাই কলে, "মোৰ ফুলৰাণী থাকিব এনেকৈ হৃদয়ৰাণী স্বৰূপে প্ৰতিদিন, চিৰদিন।"

ওচৰৰ কোঠাটোৰ মাজেদি কোনোবা ৰোগীৰ যেন শব্দ এটা ভাঁহি আহিল। তৎক্ষণাৎ বুকুৰ উমৰপৰা ওলাই ফুলমণিয়ে লাহেকৈ কৈ উঠে "এই মুহূৰ্তটো মোৰ চিৰদিন মনত থাকিব। তোমাৰ প্ৰতি প্ৰতিমুহূৰ্তত আজিকালি ইমান দুৰ্বল হৈ পাৰোঁ।"

"এই দুৰ্বলতাই তোমাৰ মনৰ সবলতা তীব্ৰ নকৰে জানো ?"

"নকৰে মানে, কৰিছেই। মোৰ যে তোমাৰ বাহিৰে একোকে ভাল নলগা হৈছে। ইমান স্বাৰ্থপৰ হৈ গৈছোঁ। সিদিনা বাড়ি টোপনিতে বোলে তোমাক মাতিছিলোঁ। পিছদিনা পুৱা মাই যে ইমান লাজ দিলে। 'তই বোধহয় বাপাক অঞ্জন বুলি মাত।' মাজনী যে কি ? নিজৰ ছোৱালীক বাক ইমান লাজ দিব পায় নে ? মাই দেউতাক অকলে থাকিলে কি বুলি মাতে জানা ?"

"এওঁ আছিল মাকৰ বিষয়ে চৰ্চা কৰিবলৈ।" কৌতূহল বশতঃ সোধে, "কি বুলিনো মাতে ?"

"ল' আক মাতে খুব দৰদেৰে।"

এই মৰম, মমতা আক দৰদ আক কিমানদিন প্ৰকাশ কৰাৰ সুবিধা পাব ?

ফুলমণিহঁতৰ ঘৰৰপৰা নিজৰ কোৱাৰ্টাৰলৈ আহি গা-পা ধুই নীলাঞ্জনে দিনটোৰ কাৰণে ওলাই গ'ল হচপিটেললৈ। দিনৰ সাজ কেন্টিনতে খাই লব লাগিব। মেডিকেল ওৱাৰ্ডত ৰাউণ্ড ডিউটি কৰাৰ উপৰিও 'পেথলজি' ডিপাৰ্টমেণ্টলৈ এবাৰ যাব লাগিব। ব্লাড টেষ্টিঙৰ চাৰিটা ৰিপৰ্ট চাব লগা আছে। তাৰে এটা আকৌ জটিল কেচ। প্ৰিমেচিঅ'ৰ শিশু এটাৰ তেজ পৰীক্ষা কৰিব লগা হৈছে, সময়মতে ব্যৱস্থা নললে শিশুটোৰ জীৱন বিপন্ন হব পাৰে। পৃথিৱীখন যে কিমান আচৰিত গতিত চলিছে। একালে শিশুৰ জীৱন ৰক্ষা কৰিব লাগে, আনহাতে লক্ষেৰ বকৱাৰ দৰে বৃদ্ধ লোককো জীৱিত ৰখাৰ কাৰণে চেষ্টা কৰিব লাগে। আটাইবোৰ মৰমৰ বান্ধোন, শৈশৱৰপৰা বাৰ্ধক্যলৈকে।

দুপৰীয়া বাৰমান বজাত মেডিকেল ৱাৰ্ডৰ টেলিফোন বাজি উঠিল। ষ্টাফ নাৰ্চে ধৰিলে ; "হেল ?"

ইফালৰপৰা কান্দি কান্দি ঠোকাঠুকি মাতেৰে সুধিলে, "ডঃ নীলাঞ্জন হাজৰিকাক মোক লাগে। বৰ জৰুৰী।"

নাৰ্চে অঞ্জন নীলাঞ্জন নাম কৈ একনী ছোৱালীয়ে ফ'ন কৰিছে

বুলি কোৱাত নীলাঞ্জনৰ বুজিবলৈ বাকী নাথাকিল যে ফুলমণিয়ে ক'ন কৰিছে। ক'নৰ ওচৰলৈ উধাতু খাই আহি সুধিলে, "কি হ'ল ফুলমণি? কিবা হৈছে নেকি?"

"অঞ্জন তুমি এই মুহূৰ্তত আহাঁ।"

নীলাঞ্জন আহে মানে সকলো শেষ। বৰুৱাই বিছনাত শুই থকাবপৰা এবাৰ উঠিব খোজোঁতেই বোলে সকলো শেষ। হাৰ্টফেল কৰিলে। লিপিকাই স্বামীৰ বুকুৰ ওপৰত উবুৰি খাই পৰি চিঞৰি চিঞৰি কান্দি আছে। নীলাঞ্জন আহি পাওঁতে "অঞ্জন আমাৰ সকলো শেষ" বুলি নীলাঞ্জনৰ গাত ঢলি পৰি ফুলমণি মূৰ্চ্ছা গৈছে

কাম কৰা ল'ৰাটোৰ হতুৱাই ওচৰৰ মানুহক নীলাঞ্জনেই খবৰ দিয়ালে। বৰেশ্বৰলৈ টেলিগ্ৰাম কৰিলে আৰু চহৰৰ ভিন ভিন ঠাইত ক'নেৰে যাক যাক খবৰ দিব লাগে দিলে।

কিছুসময়ৰ ভিতৰতে লক্ষেশ্বৰ বৰুৱাৰ ঘৰৰ সন্মুখৰ চোতালখন লোকে লোকাৰণ্য হৈ পৰিল।

শটো শ্মশানলৈ নিবলৈ বুলি উলিয়াব খোজোঁতে সকলো মৃতকৰ ঘৰত হোৱা দৃশ্যৰে পুনৰাবৃত্তি হ'ল। লিপিকাই কোনোমতে স্বামীৰ শটো এৰি নিদিয়ে। ফুলমণিয়ে, 'দেউতা, মোকো লগতে লৈ যোৱা' বুলি ইমান বিনাই বিনাই কান্দিছিল যে নীলাঞ্জনৰ চকুপানীও ধাৰাসাৰে বৈ গৈছিল।

শেহত ৰামৰতন বৰাৰ তদাৰকিত শটো বাহিৰলৈ আনি চাঙিত তোলা হ'ল। ব্যৱস্থামতে শোকৰ সমদলটো প্ৰথমতে বৰুৱাৰ জীৱনীয়া জীৱনৰ কৰ্মস্থল বাৰ লাইব্ৰেৰীলৈ নিয়া হ'ব আৰু তাৰ পিছত শ্মশানলৈ।

লিপিকাই ইতিমধ্যে অসীম ধৈৰ্য দেখুৱাই বাহিৰত আহি চাঙিখনৰ ওচৰত স্বামীৰ ভৰিৰ ওচৰত বহিল। স্বামীক জীৱনৰ শেষ সেৱা জনাই নীলাঞ্জনক কলে, "বাপা, মুখাগ্নি কৰিবলৈ ইয়াততো আমাৰ কোনো নাই। ডাঙৰ ল'ৰা বিহাৰত। কোনে বাক ডাঙৰ ল'ৰাৰ ঠাই ল'ব?" স্পষ্টকৈ নকলেও নীলাঞ্জনে বুজিছিল যে

তেওঁেই মুখাগ্নি কৰিব লাগিব। এনেতে ওচৰতে বৈ থকা ৰামৰত্ন ৰবাই কৈ উঠিল "বৌদেউ, আপুনি সেই বিষয়ে একো চিন্তা কৰিব নালাগে। দাদাৰ মুখাগ্নি ময়ে কৰিম। দাদাৰ কাৰণে বুকু তাপি যায়।" এই বুলি অলপ কন্দা যেনো কৰিলে সশব্দে।

ফুলমণিয়ে চিঞৰি কৈ উঠিল, "অঞ্জনদা, দেউতাৰ মুখাগ্নি তুমি কৰিবা। দেউতাই মোক আগতেই কৈ গৈছে।"

নীলাঞ্জনেই মুখাগ্নি কৰিলে। জীৱনত এই অভিজ্ঞতা এয়ে প্ৰথম। মৃত্যুৰ মাজেদিও লক্ষেশ্বৰ বৰুৱাই নীলাঞ্জনক পৰিয়ালটোৰ লগত অবিচ্ছেদ্য বন্ধনত বান্ধি গ'ল। ফুলমণি আগতকৈ বেছি আপোন হৈ উঠিল। জীৱনে মানুহক আপোন কৰে। ক্ষেত্ৰ বিশেষে মৃত্যুয়ে ইয়াৰ বান্ধোন কটকটীয়া কৰি তোলে। মৃত্যুৰ যোগেদি লক্ষেশ্বৰ বৰুৱাই যেন অলঙ্ঘনীয় নিৰ্দেশ দি গ'ল, "নীলাঞ্জন, যিমানেই দেৰি নহওক লাগে, সকলো পৰিস্থিতিত তুমি পৰিয়ালটোক নেৰিবা। তুমি মোৰ দ্বিতীয় লক্ষেশ্বৰ।"

শ্মশানৰ পৰ্ব শেষ হোৱাৰ পিছত সকলো ঘৰামুখি গ'ল। নীলাঞ্জনে নিজৰ কোৱাৰ্টাৰলৈ আহি গা-পা ধুই চাহ একাপ খাই ললে। দিনটো লঘোণে গ'ল—দিনত খোৱাৰ আগতেই ক'ন আহিছিল আৰু চিধাই ফুলমণিহঁতৰ ঘৰলৈ যাব লগা হৈছিল। ৰাতিৰ সাজো খোৱা নহ'ব। নিজৰ ঘৰত কিবা অথন্তৰ হলেওতো একে অৱস্থাই হ'লহেঁতেন। আৰু এতিয়া ফুলমণি যে নিজতকৈ বেছি নিজৰ।

সন্ধিয়া সময়ত নীলাঞ্জন আহিছিল। আহি দেখে ৰামৰত্ন ৰবাই বিভিন্ন দিহা পোহা দিয়া কামত লাগি গৈছে। যেন 'গোটেই' কৰ্মভাৰখিনি তেওঁ চমজি লৈছে। নীলাঞ্জনক দেখিয়ে ফুলমণি প্ৰায় দৌৰি আহি ক'লে, "অঞ্জনদা, তুমি ইমান দেৰি কৰিলা কিয়? দাদা নহালৈকে সকলো দায়িত্ব যে মুখাগ্নি কৰা মানুহৰ। খুৰাক মই কৈছোঁ যাতে সেই মতেই হয়।"

ৰামৰত্নৰ পিনে চাই নীলাঞ্জনে কয়, "বাক হয় দিয়া।

শ্মশানৰপৰা পোনে পোনেই নাহিলোঁ। কাৰণ গা ধুই আহিব লগা হৈছিল। খুৰাও যেতিয়া আছে সকলো ব্যৱস্থা হৈ যাব। ৰমেনে ট্ৰাংকল কৰি জনাইছে সি পৰহিলৈ পাবহি।"

ৰামৰতন বৰাই নীলাঞ্জনৰপৰা অলপ স্বীকৃতি পোৱাদি পাই কিছু আশ্বস্ত হ'ল। কিন্তু বেছি সময় নাথাকিল। পিছদিনা পুৱা আকৌ অহাৰ কথা কৈ আমনজিমনকৈ মৃতকৰ ঘৰৰপৰা ওলাই গ'ল।

"অঞ্জন, তুমি দাদা নহালৈকে ইয়াত থাকিব লাগিব। দেউতা নোহোৱাৰ কেইঘণ্টামানৰ ভিতৰতে এই পাত—খুৰা বুলিবলৈ ঘিণেই লাগে, যেন নপতাকুকন হৈ উঠিছে।"

"ছিঃ ফুল, এতিয়া সেইবোৰ বাদ দিয়া! মই থাকিলে তোমাৰ আৰু তোমালোকৰ ঘৰৰ কোনেও একো কৰিব নোৱাৰে। তাৰ উপৰি শ্ৰাদ্ধ অনুষ্ঠান আদিত মুখত দেখুৱাই হলেওতো ওচৰ চুবুৰীয়াৰ সহায় সহানুভূতি লাগিব।"

"তুমি নাজানা অঞ্জন! সন্ধিয়া হোৱাৰ আগে আগে সি আহি মোক সান্ত্বনা জনোৱাৰ চলেৰে গৰা মাৰি ধৰিব বিচাৰিছিল। কুকুৰতকৈও নীচ। বুঢ়া হ'লহি, অথচ ইমান নীচ, মৃতকৰ ঘৰত··· ।'

"ফুল তোমাৰ হাতত আইতাৰ আঙঠিটো আছে নহয়, যিটো মই পিন্ধাই দিছিলোঁ?"

"তোমালোকৰ ঘৰৰপৰা দিয়া তিনিওটা আঙঠি আছে—এয়া চোৱা মোৰ সাৰথি"—হুক হুকাই ফুলে কান্দি উঠে।

"মাৰ ওচৰৰপৰা আহোঁ ব'লা। তুমি ইমান দুৰ্বল কেতিয়াৰপৰা হ'লা?"

লিপিকাৰ ওচৰত কেইবাগৰাকী মহিলা বিমৰ্ষ মনেৰে বহি আছিল। ফুলমণিৰ পাছে পাছে নীলাঞ্জন সোমাই আহিলত নিজৰ ছোৱালীক সম্বোধন কৰি লিপিকাই কলে, "মণি মা, দেউতাৰৰ ধুতী এখনি বাপাক উলিয়াই দে। বয় নহালৈকে বাপা ইয়াতে থাকিব আৰু দেউতাৰৰ মুখাগ্নি কৰিছে যেতিয়া ......" বুলি কান্দোন উপচি পৰাত আৰু একো কব নোৱাৰিলে।

নিঃশব্দে নীলাঞ্জন কোঠাটোৰপৰা ওলাই গৈ আগকালৰ বাৰাণ্ডা-খনৰ বেঞ্চিত বহিলেগৈ। আন্ধাৰত এচুকত থকা বেঞ্চিত বহি থকা কাৰণে ফুলমণিয়ে নীলাঞ্জনক দেখা নাছিল। ইটো সিটো কোঠাত বিচাৰি আহি বাহিৰলৈ চাই ফুলমণিয়ে ব্যাকুল হৈ কৈ উঠিল, "অঞ্জন দা, তুমি গুচি গ'লাগৈ নেকি? দেউতা একেবাৰে গ'লগৈ আৰু তুমি অলপ সময়ো থাকিব নোৱাৰিলা। ভিতৰলৈ দৌৰি গৈ মাকক কলে "মা, অঞ্জনদা গুচি গ'লগৈ। দেউতা নাই, চব পাষাণ।" অলপ সময়ৰ পিছত উচুপি উচুপি মুখখন ঢুবাই দেখে যে নীলাঞ্জনে চল-চলীয়া চকুৰে কোঠাটোৰ ভিতৰলৈ চাই আছে ক্ৰন্দসী দুগৰাকী নাৰীক—লিপিকা আৰু ফুলমণিয়ে লোকচক্ষুৰ অন্তৰালত যেন হেঁপাহ পলুৱাই কান্দি লৈছে। ফুলমণিয়ে বহাৰপৰা উঠি আহি উচুপি উচুপি কয়, "অঞ্জনদা মই অলপ সময় নেদেখি পাষাণ বুলিছিলোঁ মোক ক্ষমা কৰা অঞ্জনদা। কোৱা নহলে যে দেউতাই মোক ক্ষমা নকৰে।"

"ফুলমণি তুমি ইমান অধৈৰ্য হোৱাৰতো কোনো কাৰণ নাই। বম্ন নহালৈকে মাৰ দিহামতে মই ইয়াতেই থাকিম। আমাৰ ঘৰলৈও খবৰ দিছোঁ।"

## সাত

শ্ৰাদ্ধৰ কাৰণে মৃতকৰ ঘৰ সম্বন্ধীয়া লোকেৰে ভৰি পৰিছে। ৰত্নেশ্বৰে আহিছিল বাপেক ঢুকুৱাৰ দুদিনৰ পিছত। কণুৰে শ্ৰাদ্ধৰ যো-জা দেখি গিৰিয়েকক কয়, "চোৱাচোন, আমি নথকা অৱস্থাতো নীলাঞ্জনে সুন্দৰকৈ ব্যৱস্থা কৰিছে।"

ৰত্নেশ্বৰে নীৰৱে বন্ধুৰ শলাগ লয়। ঘৰলৈ অহাৰপৰা প্ৰতি মুহূৰ্ত্তত তেওঁৰ মনটো কান্দি উঠিছিল। মনত থকা সময়ৰেপৰা ঘৰখনত দেউতাকক দেখি আহিছে। এই প্ৰথমবাৰ পিতৃবিহীন

ঘৰখন যেন নিষ্প্ৰভ হৈ গৈছে। যাৰ অহত এই ধুনীয়া পৃথিৱীখনৰ মুখ দেখিলে তেওঁৰ অবিহনে যে জীৱনত ইমান শূন্যতা আনি দিব পাৰে সেইটো দেউতাক জীৱিত থকাত ইমান নিষ্ঠুৰভাৱে কাহানিও অনুভূত নহৈছিল। দেউতাকে জীৱনচৰ কৰ্তব্য কৰি গ'ল। কৰ্তব্যৰ খাতিৰত বহুেখৰে কেইদিনমানৰ মূৰতে কৰ্মস্থললৈ যাব লাগিব। ঘৰখনৰ শূন্যতা কোনে পুৰাব? ফুলমণিৰ বিয়াখনো যে পিছুৱাব লাগিব। লোকাচাৰৰ পিনৰপৰা এই সময়ছোৱাত নীলাঞ্জন ইয়াত থকাটোও সমীচীন নহব; সি যেনে আত্মাভিমানী, কলেও নাথাকিব। কেনেকৈ এই সমস্যাবোৰ বাক সমাধান কৰিব পৰা যায়?

মাকৰ ওচৰ পাওঁতে ঘৰখনত আকৌ একাউৰি কান্দোনৰ ৰোল উঠিল। কেঁচুৱাকালৰ দৰে মুখখন মাকৰ বুকুত গুজি দি বহুেখৰে কৈ উঠে, "মা মই আহিছোঁ, তোমাৰ বোৱাৰীও আহিছে।"

"বস্তু আমি সকলো নিঠকৱা হলোঁ। কিন্তু আমাৰ বিপৰ্যয়ৰ, দিনত নীলাঞ্জনে নিজৰ ল'ৰাৰ দৰে আমাক চাইছে। বাচা তাক তইঁতে জীৱনত নেৰিবি। দেউতাৰে তাক দ্বিতীয় বংশধৰ বুলি মনে প্ৰাণে ভাবিছিল। তই তাক সদায় সহোদৰ ভাইৰ দৰে জ্ঞান কৰিবি।"

নীলাঞ্জনে ইতিমধ্যে কোঠাটোলৈ আহি মাক পুতেকৰ কথোপকথন শুনিছিল। আৰু শুনিছিল কণুৱে, ফুলমণিয়ে। কণুৱেই শাহুৱেকৰ উদ্দেশ্যে কৈ উঠে, "মা দেউতাৰ যি মুখাগ্নি কৰিবলৈ পালে তোমাঁতো ল'ৰাৰ দৰে হৈ গ'ল। তেখেতৰ আত্মাৰ শান্তিৰ কাৰণে নীলাঞ্জনেই শ্ৰাদ্ধৰ সকলো কাম কৰিলে বাক কেনে হয়?" কণুৱে নিয়ম কাৰণ ববকৈ মানে আৰু সেইহে কৈছিল যে আৰম্ভ কৰা মানুহেই যাতে শেষখিনিও সমাপন কৰে।

কণুৰ কথাত কোনেও দ্বিমত নকৰিলে। ঘৰখনৰ বিমৰ্ষ ভাব কিছু পাতলোৱাৰ উদ্দেশ্যে নীলাঞ্জনে কৈ উঠিল, "নাই ভাই, মাই কোৱাৰ দৰে সহোদৰ ভাই বুলি গণ্য কৰিলেই হ'ল। তাঙৰ ল'ৰা থাকিলেতো আনে শ্ৰাদ্ধ কৰিব নালাগে। তাতে এই কেইদিন

শুনামো কিনিছোঁ।" কৈছিল ৰামৰতন বৰাৰ কথা সুঁৱৰি। এই কেইদিন সুবিধা পালেই বৰাই খোচ দিছিল ঘৰজোঁৱাই বুলি। ভাবটো এনেহে যেন সম্পত্তিৰ আশাতে নীলাঞ্জনে ইয়াত খিতাপি লৈছেহি।

ফুলমণিয়ে কয়, "দাদা, তুমি আহিছা যেতিয়া তুমিয়েই দেউতাৰ পিণ্ড দিবা। অঞ্জনদাৰ ইচ্ছা, এই কেইদিন ইয়াতে থাকে নে নিজৰ থকা ঠাইলৈ যায়গৈ। খুৰাই তেওঁক আলা কলা কৰি থাইছে। মৃতকৰ ঘৰ নোহোৱা হলে ইয়ালৈ অহাটোৰেই বন্ধ কৰি দিলেহেঁতেন।"

ফুলমণিৰ উমাৰ বিষয়ে ঘপৰাই ৰত্নেশ্বৰে একো বুজিব নোৱাৰিলে। পিছত অৰুন্ধে শুনিছিল আৰু ভনীয়েকৰ প্ৰতি অধিকতৰ মৰম উপজিছিল। বেচেৰীয়ে নিজৰ সততাক পৱিত্ৰভাৱে দৰে ৰক্ষা কৰিব বিচাৰে, নীলাঞ্জনৰ প্ৰতি সামান্যভাৱে হোৱা অসন্মানো সহ্য কৰিব নোৱাৰে।

ৰত্নেশ্বৰে জিদ ধৰিলে দেউতাকৰ শ্ৰাদ্ধাদি নীলাঞ্জনেই সমাপন কৰিব লাগিব। বাধা দিলে একমাত্ৰ ফুলমণিয়ে, "দাদা, এজন মানুহৰ নিষ্ঠা আৰু সততাৰ ওপৰত আমি জুলুম কৰা ঠিক নহব। তেওঁৰ হৰ্চপিটেলৰ কাম-কাজো ক্ষতি হৈছে। আৰ্ত সেৱাৰ স্বৰূপত আমাক সহায় কৰিলে এই কেইদিন। বেচেৰাক অলপ ৰেহাই দিয়া।"

কণুৱে কৈ উঠে, "বেচেৰীয়ে দেখোন বেচেৰাৰ বাহিৰে একো ভাবিব নোৱাৰা হৈছে।" মুখত ইষৎ হাঁহিৰে স্বামীক কয় "এৰা ডাক্তৰচাহাবক ছুটী দিয়া। নহলে কৰ আমি এপ্ৰিহইট কৰিছোঁ।"

এইবাৰ নীলাঞ্জনে কৈ উঠে, "ঘৰৰ ডাঙৰ বোৱাৰীৰ সিদ্ধান্ত সকলোৱেই মানিব লাগিব, বন্ধু। মোৰ যে ইমান সহজতে ছুটী হৈ গ'ল। তই এতিয়া ভাবখন ল। মই আজি কোৱাৰ্টাৰলৈ যামগৈ। হৰ্চপিটেলৰ কামৰ কাৰণে ছুদিনমান আহিবও নোৱাৰিম, শ্ৰাদ্ধলৈও পূৰা আঠদিন বাকী আছে। সকলো ঠিক হৈ যাব।"

নীলাঞ্জন গ'লগৈ। যোৱাৰ আগতে ফুলমণিয়ে কৈছিল "অঞ্জনদা, তুমি যদি এই আঠদিনৰ আগতে আৰু এদিনো নাহা তেনেহলে আৰু এখন শ্ৰাদ্ধৰ ব্যৱস্থা কৰিবা।" উত্তৰত নীলাঞ্জনে কৈছিল "মণি, মই থাকিম বাহিৰত, কিন্তু মনটো তোমাৰ ওচৰত থৈ গৈছোঁ।"

শ্ৰাদ্ধ আৰু মৃতকৰ ভোজ সুকলমে সমাধা হৈ যায়। নীলাঞ্জনৰ মাক-দেউতাকো আহিছিল। এসপ্তাহমানৰ পিছতে কণুহঁতো যাবগৈ, বন্দেশ্বৰৰ ছুটী মাত্ৰ কুৰি দিনৰ কাৰণে। যোৱাৰ আগতে ফুলমণিৰ বিয়াৰ সময়ৰ বিষয়েও এটা সিদ্ধান্ত কৰি যাব লাগিব।

সকলো কাম যেতিয়া নিয়মমতে হৈ গৈছে বিয়াৰ ক্ষেত্ৰতো ব্যতিক্ৰম কৰিব নোৱাৰি। গতিকে ঠিক হ'ল যে বছৰেকীয়া শ্ৰাদ্ধৰ পিছতহে বিবাহ কাৰ্য সম্পন্ন হব। নীলাঞ্জনৰ মাকে কৈছিল, "মোৰ বোৱাৰীৰ কাৰণে মই এবছৰো ৰ'ম। অঞ্জনেও তাকেই কৈছে।"

সময়ত সকলো ঘৰাঘৰি গ'লগৈ। কণুৱে নিজৰ ছবছৰীয়া ছোৱালী মিনিক থৈ গৈছিল যাতে ঘৰখনৰ অকলশৰীয়া ভাৱ কিছু পাতলে। নাতিনীক পাই মাকে ব্যস্ত থাকিব পাৰিব দুখ পাহৰোৱাৰ কাৰণে। ফুলমণিৰো লগ হব। ঘৰখনত বহুদিন সৰু ল'ৰা-ছোৱালীৰ খেলাঘৰ নাছিল। এইবাৰ এটা ব্যতিক্ৰম হব। বাৰ্ধক্যই বিদায় লৈছে, শিশুৰ হাঁহিৰ খলকনিয়ে যাতে ঘৰখনলৈ নতুন ৰূপত আনন্দ মাতি আনে।

যোৱাৰ আগতে বন্টুই ভনীয়েকক কৈছিল, "ফুলমণি, বহুতদিনৰ আগতে নীলাঞ্জনক অনুৰোধ কৰিছিলোঁ তোৰ দায়িত্ব লবলৈ। সি আমাৰ ঘৰৰ ল'ৰা হৈ পৰিছে। তোৰ জীৱন সুখী হওক।"

"দাদা, তোমাৰ আৰু বৌৰ যোগেদি মই জীৱনৰ শ্ৰেষ্ঠতম সম্পদ পাইছোঁ। তোমালোকৰ আশীৰ্বাদ থাকিলে কোনো বিপদেই আমাক চুব নোৱাৰে বুলি মই ভাবোঁ। মিনিজনী লগত থাকিলে মোৰ সময়বোৰ কাটি যাব। মই তাইৰ কাৰণে খেল-ধেমালিৰ চলেৰে লিখা-পঢ়াৰ ব্যৱস্থাও কৰিম।"

কণুৱে ফুলমণিৰ গাত চিকুট এটা মাৰি কয়, "নীলাঞ্জনৰ কাৰণেও কিছুসময় দিবা আকৌ।" দাদাকৰ সম্মুখত ঈষৎ লাজ লাজ মুখেৰে কৈ উঠে, "বোৱাঁ বৌ, দাদাৰ সম্মুখত তুমি চৰ পাহৰি বোৱা।"

"দেখিছা নে তোমাৰ ভনীৰ কাণ্ড! কালিৰ ছৱালে পৰহিৰ গীত গায়। নতুন জীৱনৰ ছুপাত পঢ়ি এওঁ আমাক আকৌ ৰাগ-অনুৰাগৰ বিষয়ে শিক্ষা দিব খোজে।"

বৰুয়ো হাঁহিমুখে কৈ উঠে, "মইনো এনেয়ে কওঁ নে, তিৰোতা মানুহৰ মাজত একেবাৰে বয়সৰ মাত্ৰা জ্ঞান নাথাকে।" কণুৰ ফাললৈ চাই, "অৱশ্যে আমাৰবোৰৰ মাজত কলোহেঁতেন যে পূৰ্বৰাগ আৰু সান্ধ্যৰাগৰ মাজৰ সময়খিনি যেন নাযায় ফুৰুৱায়।"

'দাদা, তুমি বৌৰ একান্ত বাধ্য শিশু হৈ উঠিছা।"

"ভয়ো যাতে নীলাঞ্জনক ভীষণভাৱে বাধ্য কৰি লব পাৰ তাৰ কাৰণে দহবছৰৰ আগতে পূৰ্বৰাগ সান্ধ্যৰাগ সুখ্যাতিৰে উত্তীৰ্ণ হোৱা দাদাৰ আৰু বৌৱেৰৰ আশীৰ্বাদ থাকিল।"

"দাদা, দেউতাকৰ পিছত বোলে দাদাকে দেউতাকৰ স্বৰত মৰ্যাদা পায়। তুমি মোৰ গুৰুজন। তোমালোকৰপৰা সদায় যাতে মৰমেই পাওঁ।" এই বুলি দাদাক আৰু বৌৱেকক সেৱা কৰে।

যাবৰ সময়ত বৌৱেকে কয়, "মিনিক থৈ গ'লোঁ। তোমাৰ নিজৰ মিনি অহাৰ পিছতহে তাইক নিম নেকি ?"

বৰুৱেৰে কয়, "তুমি সৰৱজান নেকি ? মিনি হয় নে মুন্না হয় সেইটো তোমাতকৈ ডাক্তৰেহে ভালকৈ বুজিব।"

"বৰ ডাক্তৰ ডাক্তৰ কৰিছা! তেওঁ যেনিবা গাইনোকেলজিষ্টহে! মেডিচিন আৰু পেথলজিৰ মাজত তাঁত বাতি কাঢ়োতেই গৈছে।"

নীলাঞ্জনে এইবাৰ মুখ মেলাৰ সুবিধা পায়। "বৌৱে তেনেহলে 'হেলথ্ কেয়াৰ' কিতাপখন পঢ়িলে। এইবাৰ তেনেহলে 'ফাইনেল ডায়েগনছিচ' খন পঢ়িব। নাৰ্ছবোৰে যে ইমান দিগদাৰ কৰে।"

"আৰু ডাক্তৰবোৰে ভজা মাছ লুটিয়াই খাব নাজানে!" কৈছিল ফুলমণিয়ে আৰু হাঁহিছিল সকলোৱে।

## আঠ

শ্ৰাদ্ধ হৈ যোৱাৰ কেইমাহমানৰ পিছৰ ঘটনা। নীলাঞ্জনে আজিকালি সদায় নাহে। সপ্তাহ দহদিনৰ মূৰত একোবাৰ আহি কিছুসময় থাকি গুচি যায়গৈ। এবাৰতো এমাহৰ মূৰতহে পুৰা আহিছিল। লিপিকাই সুধিবলৈ বাধ্য হৈছিল, "বাপাই দেখোন আজিকালি আহিবই নেখোজা। কিবা অসুখ হৈছিল নেকি, নে এইজনীয়ে কিবা জগৰ লগাইছে ?"

"মা মোৰ টাইফয়েদ হৈছিল। নিজৰ অসুখ নিজে চাই ঔষধ নিদিওঁ কাৰণে লগৰ এজনক কলোঁ। ভুল ডায়েগ্‌নছিচ হৈছিল। এন্টাবিকৰ ঠাইত কলে মেলিগনেন্ট মেলেৰিয়া। একৈশদিনমান খুব ভুগিলোঁ।"

"তুমি আমালৈতো খবৰ এটা পঠাব পাৰিলাহেঁতেন। আমি অন্তত খবৰ কৰিব পাৰিলোহেঁতেন। এইজনীয়ে নাখাই নবই কেনেকুৱাজনী হৈ গৈছে।" ওচৰত থকা ফুলমণিৰ কালে চাই কয়।

ফুলমণিয়ে কয়, "এওঁ আমাক কিয় খবৰ দিব ? আমি কিবা ডাক্তৰ নাৰ্ছ নে ? মানুহ পৰ যে পৰেই।" মাকৰ আগত ওলাব খোজা চকুপানী বন্ধ কৰিবলৈ তলৰ ওঁঠ কামুৰি ধৰি কিছুসময়ৰ পিছত কৈ উঠিল, "মই এনেয়ে নিষ্ঠুৰ বুলি কৈছিলোঁ নে ? মানুহক কষ্টুৱাই খুব ভাল পায়।" এই বুলি কৈ বেগাই নিজৰ কোঠালৈ গৈ গাকত মূৰ গুজি হুকহুকাই কান্দিবলৈ ধৰিলে।

"বাপা, তুমি তাইৰ লগত কথা পাতাগৈচোন, তাই মনটো বৰ বেয়া কৰি আছে। মই পাকঘৰলৈ যাওঁ।"

মিনিক ওচৰলৈ মাতি আনি মৰম কৰি নীলাঞ্জনে কৈছিল "মা আহাঁচোন। এইজনী বৰ এজনী হ'ল। তুমি পঢ়িছা নে নাই ?"

মিনিয়ে কয়, "পেহা, তুমি বহুতদিন কিয় অহা নাই। পেহীয়ে

কিবা কিবি কৈ কান্দি থাকে বুজিছা। পেহীয়ে কয় যে ককাই-দেউতাব দৰে তেওঁবো বোলে শ্রাদ্ধ কৰিব লাগিব। মোৰ যে, ইমান ভয় লাগে। এবাৰ মই তোমাৰ হচপিটেললৈ বুলি ক'নো কৰিছিলোঁ, পেহী যে ঘুৰাই পকাই হচপিটেলৰ লগত লগাই দিছিল। তাৰ মানুহবোৰ যে ইমান বেয়া। পেহাক লাগে বুলি কওঁতে ক'ন খেয়েই দিলে।"

"কিয় তুমি মোৰ নাম কোৱা নাছিলা জানো?"

"কৈছিলোঁতো! ডাক্তৰ পেহাক লাগে বুলি।"

"তাতো নাম নকলে কাকো নাপায়। পেহীয়ে নামটো কবলৈ কোৱা নাছিল নেকি?"

"নাম কোৱাৰ আগতেই যে ক'ন বাখি দিলে। পেহীয়ে সেই-দিনা ভাতকে নাখালে। আইতাই কৈ-কৈও খুৱাব নোৱাবিলে। ময়ো নাখালোঁ। পেহীয়ে কয় তুমি বোলে পাষাণ। বাক পেহা পাষাণ মানে নো কি?'

নীলাঞ্জনে সোধে, "পেহীয়েৰ ক'ত আছে?"

"ক'ত থাকিব আক? বিছনাত শুই আছেগৈ নেকি? তুমি বাক পেহা পালে যোৱা। মই মিলিহঁতৰ ঘৰলৈ যাওঁ। এতিয়া আমাৰ কেবামৰ কম্পিটিছন আছে।"

নীলাঞ্জনে সংকোচভাৱেৰে ফুলমণিৰ কোঠালৈ গৈ দেখে যে বেবৰ ফালে মুখ কৰি ফুলমণি শুই আছে। নীলাঞ্জনে মূৰত হাত ফুৰাই কপালখনত হাত দি সোধে, "মণি, কিবা অসুখ হৈছে নেকি?"

নীলাঞ্জনৰ স্পর্শই বিজুলীবেগেৰে যেন ফুলমণিৰ চকুলৈ অশ্রুৰ বান আনিলে। চকুপানী মচি দি নীলাঞ্জনে কয়, "মই তোমাক কন্দুৱাবলৈহে আহিলোঁ? হচপিটেলৰ বিছনাত থাকি মই কিমানদিন কান্দিছিলোঁ তুমি তাৰ খবৰ ৰাখা জানো?"

"তুমি নকলে মই কেনেকৈ জানো কোৱা? মই ঠিক জানিছিলোঁ কিবা এটা হৈছিল। অঞ্জনদা, মই যদি তোমাক শুশ্রূষা কৰিব

পাৰিলোহেঁতেন অসুখৰ সময়ত তুমি ইয়াত থকা হলেও মাই একো আপত্তি নকৰিলেহেঁতেন।”

“বাক যোৱা কথা হৈ গ'ল। তুমি মিনিক কি পাষাণ পেহাকৰ কথা শিকাইছা ?” মুখত হাঁহি লৈ সোধে।

“তাৰ উত্তৰ মন থকা মানুহে নিজেই পাব। তাই ইতিমধ্যে কথা লগালেই নেকি ?”

ফুলমণিয়ে মাতে, “মিনি, অ মিনি, এই পিনে আহাঁচোন।”

“মিনি এতিয়া কোন মিলিইতৰ ঘৰত কেৰমৰ কম্পিটিছনৰ বাবে মোক খবৰ দি গৈছে। গতিকে পিছত বাক নতুনকৈ শিকাবা, ময়ো লাগিলে কম পাষাণ কোন।”

ফুলমণিয়ে কয়, “তাইক পঢ়ুৱাৰ ভাবটো বৌইঁতে মোৰ ওপৰতে দি গৈছে। বাক অঞ্জনদা, তুমি আজিকালি আমাৰ ইয়ালৈ অহাটো ইমান পাতলাইছা কিয় ?”

“অদৰ্শনত মৰম বেছি হয় বুলি। মই যে মৰম আকলুৱা !”

“কিন্তু মই যে তোমাক নিতৌ চাবলৈ বিচাৰোঁ। কটোখন চাই চকু বিষাই গৈছিল।”

নীলাঞ্জনে কয়, “আক এখন কটো দিম দিয়া। সদায় আহি থাকিলে মায়াৰ বান্ধ বেছি হব আক তেতিয়া যদি ধৈৰ্যৰ বান্ধ ভাগি পৰে। দেউতাৰ বছৰেকীয়া শ্ৰাদ্ধলৈতো আক বেছি দিন বাকী নাই। তাৰ পিছত সদায় দেখি দেখি তোমাৰ আমনি লাগি যাব।” এই বুলি ফুলমণিৰ হাতখন সজোৰে টিপি ধৰে, ফুলমণিয়েও।

“অঞ্জনদা আজিকালি ৰামৰতন থুৰা প্ৰায়ে আহে। সেইপাতক দেখিবৰে মন নাযায়। মানুহৰ লগত বেয়া ব্যৱহাৰ কৰিব নালাগে বুলি মাই কৈ থকা কাৰণেহে তাৰ অহাটো সহ্য কৰিব লগা হৈছে। খবৰ কৰাৰ চলেৰে বহুত সময় থাকিব খোজে। সিদিনা মা ভিতৰলৈ যাওঁতে মোনা এটাৰ ভিতৰৰপৰা শাৰী এখন উলিয়াই দিছিল—বহুত দাম দি মোৰ কাৰণে বোলে আনিছিল। মই সেই-কালে নাচায়েই কলোঁ যাতে সেইখন নিজৰ জীয়েকক দিয়ে—তায়ো

কলেজত পঢ়ে। ঘৰৰপৰা ওলাই যাবলৈও কলোঁ। মাই চাহ একাপ আনি 'খুবাব ক'লৈ গ'ল' বুলি সুধিছিল। মাকনো কেনেকৈ কোৱা? কাম থকা কাৰণে গুচি গ'ল বুলি কলোঁ। সেইদিনাৰ-পৰা আজিলৈকে অন্নজল অহা নাই। অঞ্জনদা, তুমি সদায় গধূলি আহিবাচোন। আমাৰ বিবাহ মিলনলৈকে যাতে পিশাচটোৱে একো দিগদাৰ কৰিব নোৱাৰে।" অঞ্জনে কয়, "মইতো আগতেই এবাৰ কৈছিলোঁ। ৰামৰতন জহান্নামে যাওক। ইমান দিনৰ মূৰত আহিছোঁ তুমি নিজহাতেৰে চাহ একাপ কৰি সুধুউৱা জানো?"

"আজি ইমান সোনকালে চাহ খাই বিদায় হব নোৱাৰা। মই খুব যত্ন কৰি খুৱাম, তুমি অঞ্জনদা, আজি দুপৰীয়া ইয়াতে খাই যাব লাগিব।"

"কিন্তু মোৰ যে ডিউটি আছে।"

"ৰামৰতনৰ দৰে তোমাৰ ডিউটিকো আজি জহন্নামে যাবলৈ দিয়া" এই বুলি কৈ নীলাঞ্জনৰ হাতৰপৰা হাতখন একৰাই পাক ঘৰলৈ বুলি ফুলমণি উঠি গ'ল।

নীলাঞ্জনে সেইদিনা আবেলিলৈকে আছিল ফুলমণিহঁতৰ ঘৰত। ফুলমণিয়ে যেন হেৰোৱা মাণিক ঘূৰাই পাইছিল। লিপিকাৰ মনতো অপাৰ আনন্দ। কম্পিটিছন খেলি আহিও ভাতপানী খোৱাৰ পিছত মনৰ আনন্দতে মিনিয়ে আকৌ কেৰাম খেলাৰ কথা কলে, একালে মিনি ফুলমণি, আনফালে নীলাঞ্জন। নীলাঞ্জনে ইচ্ছা কৰিয়ে 'নীল' গেম খালে। মিনিৰ যে কি স্ফূৰ্তি, ফুলমণিৰো। কলে, "মজাটো পালে নে ডাক্তৰ চাহাব?"

নীলাঞ্জন যোৱাৰ কিছু সময়ৰ পিছত লিপিকাই ফুলমণিক কলে, "মণি মা, আজি নামঘৰত সবাহ আছে, ৰবকৈ মাতি গৈছে। কাম কৰা ল'ৰাটো থাকিব। তই মিনিৰ লগতে খেল-ধেমালি কৰি থাকিবি। মই সন্ধিয়াৰ আগে আগেই আহিম।"

সন্ধিয়া হওঁ হওঁ হোৱা সময়ত কাম কৰা ল'ৰাটোক চেনি আনিবলৈ ওচৰৰ দোকানলৈ পঠালে ঘৰত চেনি নাই। নীলাঞ্জনে

হঠাতে আছি আৰৌ সন্ধিয়া আছি যদি চায় একাপ খোজে। পুৱাব-পৰা আবেলিলৈকে নীলাঞ্জন আছিল। কিমান দিনৰ মূৰত যে ঘণ্টাৰ পিছত ঘণ্টা অকলশৰে নীলাঞ্জনক পাইছিল। জীৱনৰ বহু দিনৰ ভিতৰত আজিৰ দিনটো যে কিমান ভাল—ফুলমণিয়ে যেন নিজকেই অভিনন্দন জনাব। মিনিক এযোৰ চকী টেবুল যতনাই চিলখত সিটো কমত আঁকিবলৈ দি ড্ৰইংৰুমৰ আন্ধাৰত বহি বহি ফুলমণিয়ে স্মৃতি ৰোমন্থন কৰিছিল।

আজিল এনেতে ধুমকেতুৰ দৰে ৰামৰতন বৰা। সেই দিনৰ শাৰী পৰ্বৰ পিছত এই প্ৰথম। চুৱাৰৰ ওচৰৰপৰা বৌ দেউ আছে নে বুলি সোধাত ফুলমণিয়ে মাতত ঠিক বুজিছিল কোন আহিছে। ৰামৰতনেও ঠিক জানিছিল, লিপিকা ঘৰত নাই, বৰসবাহলৈ গৈছে। চেগ চাই থকা ৰামৰতনে সেই কাৰণে আজি সুবৰ্ণ সুযোগ লব বিচাৰিলে।

ফুলমণিয়ে ভতালিকে কৈ উঠে "মা ঘৰত নাই। আপুনি যাওক।"

"বৌদেৱে এটা খবৰ পঠিওৱাতহে আহিলোঁ। লগ পাই যাব খুজিছোঁ।" এই বুলি চকী এখনত বহি পৰিল।

ফুলমণিয়ে চুইচবোৰ্ডৰ ওচৰলৈ গৈ লাইটটো জলাব খুজিলে। কি সৰ্বনাশ, বেছি পাৱাৰৰ বাল্বটো বোধহয় ফিউজ হৈ আছে। অগত্যা নীলা লাইটটোকে জলাব লগা হ'ল আৰু ভদ্ৰতাৰ খাতিৰত ফুলমণি দূৰৰ চকাখনত বহিল। মিনিক ভিতৰৰ কোঠালৈ বুলি মুখ ঘূৰাই চিঞৰি মাতিলেও, "মিনি, তোমাৰ ছবি আঁকা হ'ল নে?"

"নাই হোৱা পেহী। মই হৈ গ'লেই তোমাক দেখুৱামগৈ। এতিয়া মোক ডিষ্টাৰ্ব নকৰিবা।"

ফুলমণিৰ অশান্তি লাগিছিল। ৰামৰতনেও সুযোগ নেৰিলে। কথা আৰম্ভ কৰি দিলে, "ডাক্তৰটোৰ স্বভাৱ বোলে ভাল নহয়?"

যথেষ্ট খঙেৰে ফুলমণিয়ে সোধে, "কাৰ কথা কৈছে? খুবা সাৱধান কৰি দিছোঁ। অঞ্জনদাৰ বিষয়ে একো কোৱাৰ অধিকাৰ

আপোনাৰ নাই। সিদিনাখনেই আপোনাক ইয়ালৈ আহিবলৈ মানা কৰিছিলোঁ। এতিয়া আপুনি যাব পাৰে। মা আহিলে কৈ দিম এনে মানুহলৈ যাতে কেতিয়াও কোনো খবৰ নপঠিয়ায়।"

"আজি মই ঘূৰি যাবলৈ অহা নাই" এই বুলি ৰামৰতনে একে চোচাই আহি ফুলমণিক গৰা মাৰি ধৰিলে। টনা আঁজোৰা লাগিল আৰু এহাতে হাতচুখন হেচি চোকাখনৰ জগত লিপিত ধুৱাই চাদৰ-খন আনখন হাতেৰে টানিব খোজোঁতে পিশাচ এৰি দে এৰি দে বুলি ফুলমণিয়ে চিঞৰোতে ৰামৰতনে কৈ উঠে "আজি তোক অঞ্জনদাৰে ৰক্ষা কৰিব নোৱাৰে।" ফুলমণিৰ চিঞৰত সিটো কোঠাৰপৰা মিনি দৌৰি আহি দেখে যে মানুহ এটাই পেহীয়েকক মাৰিব খুজিছে। ততালিকে মিনিয়ে চুকৰপৰা লাঠি এডাল আনি সক ছোৱালী একনীৰ সকলো শক্তিৰে ৰামৰতনৰ গাত ছুবাৰমান লাঠিৰে আঘাত কৰে। লাঠিৰ কোবৰপৰা নিজকে ৰক্ষা কৰিবলৈ ফুলমণিৰ গাৰপৰা এখন হাত একৰাতেই একে জোকাৰত ফুলমণিয়ে নিজকে মুক্ত কৰিলে। মিনিৰ হাতৰপৰা লাঠিডাল লৈ ৰামৰতনৰ মূৰৰ ওপৰত ফুলমণিয়ে সোধালে ৰামটাঙোন। থিতাতে মূৰফালি ড্ৰইংকমত তেজৰ ধাৰা বৰলৈ ধৰে আৰু ৰামৰতন বাগৰি পৰিল। মিনিয়ে হতবাক হৈ কৈ উঠে, "বদমাচক লাঠিৰে মাৰি ঠিক কৰিলা পেহী।" ফুলমণিয়ে কিন্তু তেজৰ ধাৰা দেখি সুস্থিৰ হৈ থাকিব নোৱাৰিলে। "মা, অঞ্জনদা" বুলি মুহূৰ্ততে মূৰ্ছা গ'ল।

ৰামৰতনৰ প্ৰাণবায়ু ইতিমধ্যে ওলাই গৈছিল। হচপিটেলত তেওঁ মৃত হৈছে বুলি ঘোষণা কৰা হ'ল। মৰণোত্তৰ পৰীক্ষাৰ পিছত চৰকাৰীভাৱেই তেওঁৰ শ দাহ কৰা হ'ল। চহৰৰ এইজনা আঢ্যৱন্ত লোকৰ এনেধৰণৰ মৃত্যুৰ কাৰণ ইতিমধ্যে সকলোৱে জানিছিল। ঘৃণনীয় কাৰণবশতঃ হোৱা মৃত্যুৰ কাৰণে কোনোৱে সমবেদনা জনা-বলৈও নাছিল। মাত্ৰ ৰামৰতনৰ বিধৱা পেহীয়েক আৰু কাণসমনীয়া ল'ৰা-ছোৱালী হালে নীৰৱে চকুলো টুকিছিল। ৰামৰতনৰ কলেজত পঢ়া ছোৱালীজনীয়ে কান্দি কান্দি চিঞৰি মাথোন বিনাইছিল, "মা

তুমি, আমাক কিয় এৰি গৈছিলা সেইটোক সেইটো বুলিবলৈও ঘিণ লাগে। ফুলমণি বাইদেউ তোমাৰ কোনো দোষ নাই। আমাক ক্ষমা কৰিবা, কোনোবা পিশাচ এনেকৈ আহিলে মায়ো তোমাৰ দৰেই কৰিলোহেঁতেন ”

## ন

হচপিটেলখন লোকে লোকাৰণ্য হৈ পৰিছে। ৰামৰতন বৰাৰ লাঠিৰ আঘাতত মৃত্যু হৈছে; ই যে মাৰ্দাৰ। হত্যা কৰিছে ফুলমণিয়ে। ইমান শান্ত ছোৱালীজনীয়ে কেনেকৈ এই কামটো কৰিব পাৰিলে। ৰামৰতন যেনেকুৱা লম্পট চৰিত্ৰৰ, তাৰ এনে মৃত্যু আছিলেই। কিন্তু নিৰপৰাধী ছোৱালী এজনীক মৰণৰ যোগেদি পাৰগুই যেন অভিশাপ দি গ'ল। ফুলমণি বোলে মূৰ্ছা গৈছিল, এতিয়া কেনে আছে। ৰামৰতনৰ অস্বাভাৱিক মৃত্যু সক চহৰখনৰ কাৰণে তীব্ৰ চাঞ্চল্যকৰ ঘটনা। সেই কাৰণে হচপিটেলৰ কেউপিনে মানুহ ঠাহ খাই পৰিছিল।

ঘটনাৰ দুঘণ্টামানৰ মূৰত কিছু চেতনা অহাত আধা মেলা চকুৰে কেউপিনে চাই দুৰ্বল কণ্ঠেৰে ফুলমণিয়ে সোধে. “মই এতিয়া ক'ত আছোঁ।”

কোঠাটোৰ সম্মুখত কেৰাগৰাকীও নাৰ্চ। বিছনাৰ একাষে লিপিকা আৰু মিনি, আনকালে নীলাঞ্জন। নীলাঞ্জনে উত্তৰ দিয়ে “ফুল তুমি দুৰ্বল হৈ আছা। কথা নকবা। তুমি হচপিটেলত।”

নীলাঞ্জনৰ মাত শুনি সেই কালে চায়েই “অঞ্জনদা মই···।” বুলি একো কব নোৱাৰিলে। ফুলমণি আকৌ মূৰ্ছিতা হ'ল।

তীব্ৰ মানসিক সংঘাতৰ পিছত ফুলমণিয়ে সুস্থিৰতা ঘুৰাই পোৱাত কেইবাদিনো লাগিল। জেলৰ হচপিটেলত এনে ৰোগৰ চিকিৎসাৰ সুব্যৱস্থা নাই কাৰণে আৰু নীলাঞ্জনৰ বিশেষ চেষ্টাত পুলিচ পহৰাত ফুলমণি হচপিটেলতে থকাৰ ব্যৱস্থা হ'ল।

আইনৰ চকৰি অনন্তে ঘুৰিয়ে থাকে। হচপিটেলৰপৰা হাত কেৰেয়া লগাই আদালতত ফুলমণিক হাজিৰ কৰোৱা হয়। কেতিয়াবা আদালতলৈ যোৱাৰ পথত আৰু কেইবাদিন আচামীৰ কাঠগৰাত ফুলমণি আকৌ মূৰ্চ্ছা গৈছিল। মাজে মাজে কৈ উঠে, "মা মোৰ একো দোষ নাই। পিশাচটোৱে অঞ্জনদাৰপৰা মোক কাঢ়ি নিব বিচাৰিছিল।" কথাবোৰ কৈছিল বৈ বৈ, শাস্তি পাইছিল মূৰ্চ্ছাজনিত নিদ্ৰাত। নীৰৱে চকুলো টোকে মাক আৰু মিনিয়ে, নীলাঞ্জনৰ মাক-বাপেক, বন্নেশ্বৰ আৰু কণুৱে। নীলাঞ্জনৰ মুখত মাত কথা নোহোৱাৰ অৱস্থা। অভিভূতৰ দৰে থাকে, ডাক্তৰৰ চৰকাৰী দায়িত্ব পালন কৰি যায়। চৰকাৰী দায়িত্বৰ উপৰিও আছে ব্যক্তিগত দায়িত্ব। ফুলমণিয়ে ফুলৰ দৰে পবিত্ৰ। নিজৰ কাৰণেই এনে হৈ গ'ল। মাত্ৰ এমাহৰ মূৰত লক্ষেশ্বৰ বকৰাৰ বছৰেকীয়া শ্ৰাদ্ধ সমাপন হৈ গ'ল-হেঁতেন আৰু তাৰ পিছত আনন্দ অনুষ্ঠানৰ যোগেদি দীৰ্ঘ প্ৰতীক্ষা সফল হ'লহেঁতেন—নীলাঞ্জন আৰু ফুলমণি দুয়োৰে। কণা বিধাতা সঁচাকৈয়ে কণা। ফুলমণিৰ যদি গুৰুতৰ শাস্তি হৈ যায়! যাবজ্জীৱন কাৰাদণ্ড বা মৃত্যুদণ্ড? নাই সেইটো হব নোৱাৰে। আত্মৰক্ষাৰ সবল সঁচা যুক্তি আদালতে মানিবই লাগিব। কিন্তু যদি নামানে? ফুলমণি যদি হেৰাই যাব লগা হয়! নাই সেইটো কেতিয়াও হব নোৱাৰে। ফুলমণি আৰু তেওঁৰ মনৰ মিলনতো কাহানিবাই হৈ গৈছে, মনৰ বিবাহ-মিলন কাহানিবাই হৈ গৈছে। প্ৰতিজ্ঞা কৰিছিল জীৱনে মৰণে দুয়ো দুয়োকে কেতিয়াও নেৰে। এয়া ফুলমণিৰ বিচাৰ চলা নাই। জীৱনৰ কাঠগৰাত নীলাঞ্জনৰ নিজৰ বিচাৰো চলিছে। নীলাঞ্জনে মাকক কয়, "মা ফুলমণিৰ বাহিৰে কাৰো লগত মোৰ বিয়া হব নোৱাৰে।" মাকে উত্তৰ দিয়া নাছিল। মাকে জানিছিল এইবিলাক এতিয়া দুৰাশা। বিচাৰেই শেষ হোৱা নাই আৰু কোনে জানে ক'ৰ পানী ক'লৈ যায়। কিন্তু মনতে কয়, "তোৰ মনোবাঞ্ছা পূৰণ হওক।" অন্ধ বিশ্বাস কেতিয়াবা জীৱন্ত বিশ্বাসত পৰিণত হৈ উঠে। বেঙুনীয়া ৰঙৰ পাথৰ লগোৱা সেই যে

আগুঠিলৈ। আন একোৱে নোৱাৰিলেও ফুলমণিক সেইটোৱে বাক ৰক্ষা নকৰিব নে? পৃথিৱীত বহুতো আচৰিত ঘটনা হৈ যায়। আচৰিতভাৱেৰে ঘটনাবোৰ হৈ গ'ল। নীলাঞ্জনে ঠিক কৰে যে মন স্থিৰ ৰাখি শেষ পৰ্যন্ত তেওঁ যুঁজিব। দৰকাৰ হলে নিজৰ নামত থকা মাটিডোখৰো বিক্ৰী কৰি দিব। ফুলমণিক বচাৰ লাগিব ফুলমণিৰ কাৰণে, নিজৰ কাৰণে, ছয়োৰে কাৰণে। পৈশাচিক আক্ৰমণৰ বিৰুদ্ধে ফুলমণিয়ে প্ৰতিবাদ কৰিছিল সাংঘাতিক ক্ষিপ্ৰতা আৰু একাগ্ৰভাবে। নীলাঞ্জনৰ কাৰণে ফুলমণি হৈ উঠিছে প্ৰেম, সততা আৰু বিশ্বাসৰ প্ৰতীক।

এনে-ধৰণেৰে বিচাৰ চলিছিল চেচন আদালতত প্ৰায় ছমাহ দিন ধৰি। মিনি আহিও সাক্ষী দিছিল। শিশুৰ সৰলভাৱে কৈছিল কেনেকৈ ৰামৰতন খুৰাই পেহীয়েকক বগৰাই লৈ মাৰধৰ কৰিব বিচাৰিছিল আৰু কেনেকৈ লাঠিডালেৰে মিনিয়ে নিজে আগতে ছুই খুৰাকৰ গাত আঘাত কৰিছিল। কিন্তু ছবছৰীয়া ছোৱালীৰ সাক্ষী কিমান বিশ্বাসযোগ্য? একেমাৰতে ৰামৰতনৰ মৃত্যু হৈছিল আৰু মাধমাৰ সোধাইছিল ফুলমণিয়ে। চৰকাৰী উকিলৰ অভিযোগো ভালকৈ সজোৱা হৈছিল। লক্ষেশ্বৰ বৰুৱাৰ অসুখ আৰু শ্ৰাদ্ধৰ সময়ত বোলে লিপিকাই ৰামৰতন বৰাৰপৰা যথেষ্ট পৰিমাণৰ টকা ধাৰে লৈছিল, ফুলমণিক তেওঁৰ লগত বিয়া দিম বুলি বোলে গোপন প্ৰতিশ্ৰুতি দিছিল, নিজে আঁতৰি থাকি জীয়েকক লগ হোৱাৰ সুযোগ দিছিল আৰু ফুলমণিয়ে ষড়যন্ত্ৰ কৰি বোলে মাক নথকাত ৰবাক মতাই আনি এই হত্যাকাণ্ডটো কৰিলে, যাতে ৰামৰতনৰ ওচৰত থকা ধাৰৰ বোজাৰপৰা পৰিত্ৰাণ পাব পাৰি আৰু ইফালে নীলাঞ্জনৰ লগত বিয়াও হব পাৰে। ৰামৰতন বৰ পকা ব্যৱসায়ী। তেওঁৰপৰা টকা ধাৰে লোৱাৰ ৰচিদ কিন্তু চৰকাৰী উকীলে আদালতত দাখিল কৰিব নোৱাৰিলে।

চৰকাৰী উকীলৰ অভিযোগ যে মনে গঢ়া সেইটো আনে নুবুজিলেও নীলাঞ্জনৰ পৰিয়ালে বুজিছিল। অভিযোগ শুনি লিপিকা

মূৰ্চ্ছিত হোৱাৰ অৱস্থা। অসহায়ৰ সুযোগ লৈ মানুহ ইমান নীচ হ'ব পাৰে। নীলাঞ্জনক কৈছিল "বাপা তুমি সেইবোৰ বিশ্বাস কৰাৰ আগতে মোক মাৰি পেলোৱা।" নীলাঞ্জনে উত্তৰত কৈছিল, "মা, মই নিজৰ মা আৰু আপোনাৰ মাজত একো পাৰ্থক্য নেদেখোঁ। মাৰ বিৰুদ্ধে এনেকুৱা হীন অভিযোগ উঠিলে যেনেকৈ বিশ্বাস নকৰোঁ আপোনাৰ ক্ষেত্ৰতো একেই কথা। যি কোনো পৰিস্থিতিতে ফুলমণি মোৰেই হৈ থাকিব, আপুনি মোৰ শাহু আই।" লিপিকাৰ দুগালেদি দুধাৰি চকুলো বৈ গৈছিল। প্ৰথমতে অভিযোগপত্ৰ শুনি ফুলমণি আচামীৰ কাঠগৰাত নিমিষতে মূৰ্চ্ছা গৈছিল। সেই দুৰ্যোগপূৰ্ণ সন্ধিয়াৰ পিছৰেপৰা সম্পূৰ্ণ নিৰোগী ফুলমণিৰ এই মূৰ্চ্ছা যোৱা ৰোগটো প্ৰায় অভ্যাসত পৰিণত হৈছিল।

সম্বন্ধীয়া মানুহে বা নীলাঞ্জনৰ পৰিয়ালে ফৰিয়াদী পক্ষৰ অভিযোগ বিশ্বাস নকৰিলে কি হ'ব? ঘটনাৰ ক্ষেত্ৰতো বিশ্বাস অবিশ্বাসৰ প্ৰশ্ন নাই। আচামী হিচাপে ফুলমণিয়ে নিজেই স্বীকাৰ কৰিছে যে তেওঁ তীব্ৰ ঘৃণাবশতঃ আত্মৰক্ষাৰ উদ্দেশ্যে ৰামতনৰ মূৰত মাৰটো মাৰিছিল। প্ৰাণেৰে মৰাৰ একো উদ্দেশ্য নাছিল। কিন্তু এইটো ঠিক যে তেওঁৰ আঘাততেই পাপিষ্ঠৰ মৃত্যু হ'ল। মুক্তকণ্ঠে ফুলমণিয়ে আদালতত দেউতাকৰ মৃত্যুৰ পিছৰেপৰা ঘটা ঘটনাৱলীৰ বিৱৰণ দিছিল আৰু কৈছিল যে আগতে খুৰা বুলি মাতিলেও মৃত্যুৰ পিছতো ৰামৰতনক পাপিষ্ঠৰ বাহিৰে আন বুলি ভাবিব নোৱাৰে। এই পাপিষ্ঠই এজনী ছোৱালীৰ সম্ভাব্য বৈবাহিক জীৱনো ধ্বংস কৰিলে।

চেচন জজ ডেকামানুহ। নীতিনিষ্ঠ। ৰামৰতন বৰাক চহৰৰ এজন গণ্য মান্য আঢ্যৱন্ত লোক হিচাপেই জানি আহিছিল। ৰামৰতনৰ ছোৱালীৰ লগতো বৈবাহিক সম্বন্ধৰ কথা-বতৰা চলিছিল। ৰামৰতনৰ আকস্মিক মৃত্যুৱে ফুলমণিৰ জীৱনতেই অনিশ্চয়তা অনা নাছিল, নিজৰ ছোৱালীও বাপেকৰ কৃতকৰ্মৰ বাবে ভুক্তভোগী হোৱাৰ উপক্ৰম হৈছিল। ব্যক্তিগত কাৰণত মানুহ হিচাপে

ৰামৰতনৰ পৰিয়ালৰ প্ৰতি অজানিতে হয়তো জজৰ দুৰ্বলতা থাকিবও পাৰে। কিন্তু আইনৰ ধাৰা যে আখৰে আখৰে পালন কৰিব লাগিব। জজে ৰায় দিলে যে ৰামৰতন বৰাক হত্যা কৰা হেতু ফুলমণি বৰুৱাৰ শাস্তি মৃত্যুদণ্ড। আত্মৰক্ষাৰ অজুহাত জজে স্বীকাৰ নকৰিলে। ফুলমণিয়ে নিজেই জানো স্বীকাৰ কৰা নাছিল যে সম্পূৰ্ণ ঘৃণাপৰৱশ হৈ তেওঁ ৰামৰতনৰ মূৰত মৰণ কোবটো মাৰিছিল। আত্মৰক্ষাৰ কাৰণে শৰীৰৰ আনঠাইতো আঘাত কৰিব পাৰিলে-হেঁতেন! জজৰ যুক্তিত সজ্ঞানে সুষ্ঠ শৰীৰে মৃত্যু ঘটোৱাৰ উদ্দেশ্যে ৰামৰতনৰ মূৰত মৰণাঘাত কৰা হৈছিল। গতিকে যাৱজ্জীৱন কাৰাদণ্ডয়ো ন্যায়বিচাৰৰ উদ্দেশ্য সাধন কৰিব নোৱাৰে, যদিহে আচামীৰ ওপৰত মৃত্যুদণ্ডৰ আদেশ বিহা নহয়।

ফুলমণিৰ ওপৰত ফাঁচীৰ হুকুম জাৰী হোৱাত আদালত কক্ষ কাঁহ পৰি জান যোৱাৰ দৰে হৈছিল। লিপিকাইতে কান্দোনৰ ৰোল তুলিছিল। নীলাঞ্জনৰ মাকেও চকুৰ পানীৰে ধুঁৱলি কুঁৱলী দেখিছিল। ফুলমণি হৈ গৈছিল নিস্তব্ধ, কঠৰ। হাতকেৰেয়া লগাই জেললৈ নিয়াৰ আগতে নীলাঞ্জনে মাথোন ঠোকাঠুকি মাতেৰে কৈছিল, "ফুলৰাণী মোৰ, মই অন্তৰেৰে সৈতে বিশ্বাস কৰোঁ যে তুমি সম্পূৰ্ণৰূপে নিৰ্দোষী। মোৰ কাৰণেই তোমাৰ এনে গতি হ'ল। সমাজে লম্পট চৰিত্ৰৰ ভদ্ৰবেশী লোকক প্ৰশ্ৰয় দিয়াৰ কাৰণে এনে দুখাবহ ঘটনা ঘটিল। উচ্চ ন্যায়ালয়ত আমি আপীল কৰিম। তোমাক মুকলি কৰি আনি ফুলৰ বেশেৰে আমাৰ গৃহলক্ষ্মী নকৰালৈকে মই ক্ষান্ত নহওঁ। নীলাঞ্জনে তোমাৰ কাৰণে প্ৰয়োজন হলে চিৰজীৱন অপেক্ষা কৰিব।" মৃত্যু পথৰ যাত্ৰীনীক এই আশ্বাসবাণীয়ে কিমানখিনি আশ্বস্ত কৰিব পাৰে? পুলিচ প্ৰহৰীক ক্ৰন্দসী ফুলমণিয়ে অনুৰোধ কৰে, "এবাৰ মাথোন মোৰ স্বামীক প্ৰণাম কৰিবলৈ দিয়ক।" হাত-কেৰেয়া লগা অৱস্থাতে নীলাঞ্জনৰ বুকুত ফুলমণি ঢলি পৰিছিল। উচুপি উচুপি কৈছিল, "অঞ্জনদা, আমাৰ সকলো শেষ হৈ গ'ল, অঞ্জনদা। ভাগ্যলিপি বৰ নিদাৰুণ। তুমি মোক পাহৰি যোৱা।

মৃত্যুৰ সিপাৰৰপৰাও মই তোমাকেই কামনা কৰিম। আমাৰ মিলন যে নহ'ল। তথাপি তুমি মোৰ স্বামীদেৱতা। জনমে-জনমে যাতে তোমাকহে স্বামীৰূপে বৰণ কৰিব পাৰোঁ। পিছৰ জনমত কিন্তু অঞ্জনদা, দেখি নকৰিবা। পিতৃহীনা অবিবাহিতা গাভৰু ছোৱালীৰ পৃথিৱীখন বৰ নিষ্ঠুৰ, অঞ্জনদা।"

নীলাঞ্জনে মূৰত হাত বুলাই বুলাই কয় "ফুলমণি, তুমি মোৰ কাৰণে চিৰদিন ফুলৰ দৰেই পৱিত্ৰ। এইজনমতেই আমি আকৌ একেলগ হম সোণজনী।"

পুলিচৰ বন্দী কঢ়িওৱা গাড়ীখন দৃষ্টিৰ আগোচৰ নোহোৱালৈকে নীলাঞ্জনে একেথৰেৰে উদাস দৃষ্টিৰে চাই আছিল। নীলাঞ্জনৰ মনত ভাব হৈছিল যেন পৃথিৱীখনেই এখন বৃহত্তৰ কাৰাগাৰ। এই কাৰাগাৰৰপৰা ফুলমণি গৈছে এখন সৰু কাৰাগাৰলৈ। সেইখন কাৰাগাৰৰ নিয়ম কানুন বাহিৰৰ কাৰাগাৰতকৈ সম্পূৰ্ণ বেলেগ। বৃহত্তৰ কাৰাগাৰত নিষ্ঠুৰতাৰ বলী হব লগা হ'ল যদিও ক্ষুদ্ৰ কাৰাগাৰতো নিশ্চয় দৰদী মানুহ আছে। বাহিৰৰ কাৰাগাৰে ফুলমণিক মৃত্যুৰ মুখলৈ ঠেলি দিলে। কাৰাপ্ৰাচীৰৰ অন্তৰালে মৃত্যুৰ পৰিৱেশৰ মাজত জীৱনৰ সন্ধান দিব নে?

## দহ

জেলৰ নিয়মমতে মৃত্যুদণ্ডৰ আদেশাধীন কয়দীক কয়দীৰ কাপোৰ পিন্ধাই আন আন বন্দীবপৰা আঁতৰাই চেলত ৰখা হয়। এনে মহিলা বন্দীক জেলৰ 'ফিমেল ৱাৰ্ড'ৰ এলাকাৰ ভিতৰত চেলত ৰখা হয়, যদিহে তেনে চেল থাকে।

আপীল চলি থাকিলেও ফুলমণিৰ ওপৰত মৃত্যুদণ্ড বিহা হৈছিল। ফুলমণিক ৰখা জেলটোত ফিমেল ৱাৰ্ড নিয়মমতেই আছিল, কিন্তু তাত চেল নাছিল। আন বন্দীৰ লগতো ৰাখিব নোৱাৰি কাৰণ

সেইটো কৰিলে জেল মেন্নুৱেল ভঙ্গ কৰা হয়। সেয়েহে ঠিক হ'ল যে মেট্ৰনৰ কুঠৰীৰ গাতে লাগি থকা সৰু কোঠাটোত ফুলমণিক ৰখা হ'ব। চৰিবছ ঘণ্টা নিয়মমতে পহৰা দিবলৈ ফিমেল ৱাৰ্ডাৰো নাই—গোটেই জেলত পঞ্চাশজন পুৰুষ ৱাৰ্ডাৰৰ বিপৰীতে মহিলা ৱাৰ্ডাৰ মাত্ৰ দুগৰাকী। পালপাতি এই দুগৰাকীয়েই পহৰাৰ কাম চলায় মেট্ৰনে মহিলা বন্দীসকলৰ সাধাৰণ ৰক্ষণাবেক্ষণত চকু দিয়াৰ উপৰিও মহিলা বন্দীক ভালাচি কৰা বা 'হেলথপাছত' জেল ডাক্তৰক সহায় কৰে।

মেট্ৰন ইভা বৰা আদবয়সীয়া মহিলা। আই-এ মহলালৈকে পঢ়িছিল। স্বামীয়ে স্কুলত শিক্ষকতা কৰিছিল। পঁচিশ বছৰীয়া গাভৰু অৱস্থাতে এটি কন্যাসন্তান এৰি তেওঁ মটৰ দুৰ্ঘটনাত নিহত হয়। সেই ছোৱালীয়েও টান নৰিয়াত পৰি ইভাক একেবাৰে নিঠৰুৱা কৰি গ'ল। মাকৰ লগত সাদৃশ্য ৰাখি বাপেকে ছোৱালীৰ নাম ৰাখিছিল আভা। স্বামীহীন সংসাৰত আভাই আছিল তেওঁৰ একমাত্ৰ আকৰ্ষণ। কিন্তু আভাই তেওঁৰ জীৱনলৈ আভা বঢ়াই আনিলে। অকাল বৈধব্য, তাতে সংসাৰত নিজৰ বুলিবলৈ কেওকিছু নাই। আভাৰ মৃত্যুৰ পিছত তেওঁ জেলৰ কোৱাৰ্টাৰৰপৰা আহি মহিলা ফাটেকৰ ভিতৰত থকা দুটা কোঠাৰ ঘৰটোলৈ আহিছিল নিগাজীকৈ থাকিবলৈ। ফিমেল ৱাৰ্ডৰ মহিলা কৰ্মচাৰী তেনেই কম আৰু সেইহে জেলসমূহৰ ইন্সপেক্টৰ জেনেৰেলে তেওঁক জেলৰ ভিতৰতে থাকিবলৈ বিশেষ অনুমতি দিছিল। ৪৮ বছৰীয়া ইভা এতিয়াও যথেষ্ট সুন্দৰী—পঁচিশ বছৰ বয়সৰেপৰা তেওঁ যে বিধৱা। পৃথিৱীখনত যে ন্যায়-অন্যায়ৰ কিমান লীলা খেলা নচলে। ভগৱান যদি আছে তেনেহলে তেওঁৰ কল্যাণত কেতিয়াবা হয়তো চাবিকুৰি বছৰীয়া বিধৱাই ঘিৰে-মৌৰে থাই বজনজনাই থাকিব পাৰে, অথচ কোনোবাই প্ৰায় বাল্যবিধৱাৰ দৰে জীৱন অতিবাহিত কৰিব লগা হয়। কিন্তু সধৱাতকৈ সধৱা আও-সধৱা বিধৱাবোৰ ব্যতিক্ৰম, ইভাবোৰেই যে নিয়ম।

ফুলমণিক দেখিয়েই হাঁত কৰে ইভাৰ মনত পৰিছিল নিজৰ ফুলকুমলীয়া ছোৱালী আভালৈ। ফুলমণিৰ সুন্দৰ মুখনিয়ে আভাৰ নিষ্পাপ মুখখন মনত পেলাই দিছিল এক মুহূৰ্ত্ততে আৰু তেতিয়াই ফুলমণিক তেওঁৰ আপোনতকৈ আপোন যেন লাগি গৈছিল। মহিলা কাটেকত মৃত্যুদণ্ডেৰে দণ্ডিত হোৱা দুৰ্ভগীয়া নাৰীৰ কাৰণে চেল নাই। তাৰ উপৰি এনে বন্দীক আনৰ লগত ৰাখিবও নোৱাৰি। শিক্ষিতা ছোৱালী। চৰম দুৰ্ভাগ্যৰ ফলত জেলৰ ভাত খাব লগীয়া হৈছে। মৃত্যুদণ্ড নোহোৱালৈকেহে জীৱন থাকিব! জেলত বন্দীৰ লগত আত্মীয়তা কৰাটো বেআইনী। কিন্তু ফুলমণিক তেওঁ কেনেকৈ মাটিত শুৱলৈ দিয়ে! জেলৰ ভিতৰত হলেও কটেজটো তেওঁৰ ঘৰ হৈ গৈছিল আৰু ফুলমণি তেওঁৰ কাৰণে আভাত ৰূপান্তৰিত হৈ গৈছিল। সেইহে ফুলমণি শুৱলৈ খাট এখন দিছিল, নিভৃতে আভাৰ সাজসজ্জাৰে ফুলমণিক আভা ৰূপে পাবলৈ যত্ন কৰিছিল। অধিক কি ফুলমণিৰ কৰুণ জীৱনকাহিনী শুনি শুনি কিমান যে বিনিদ্ৰ ৰজনী অতিবাহিত হৈছিল। কিমানবাৰ যে মাকে নিজৰ ছোৱালীৰ চকুপানী মুচি দিয়াৰ দৰে ক্ৰন্দসী ফুলমণিৰ গায়ে মূৰে হাত ফুৰাই দি সান্ত্বনা দিছিল। বেঙুনীয়া পাথৰৰ আঙঠিটোৰ ইতিহাস জানি যুক্তিৰে নহলেও মনৰ মৰমী বিশ্বাসেৰে আশ্বাস দিছিল যে ফুলমণিয়ে নিশ্চয় স্বামীৰ সৈতে ঘৰ কৰিব পাৰিব। অলীক কল্পনাও কেতিয়াবা বৰ বাস্তৱ যেন লাগে। এনে বাস্তৱতাই দুঃসহ জীৱনলৈও আনে অদম্য প্ৰেৰণা। মেট্ৰনৰূপী ইভাৰ মাতৃহৃদয়ে ফুলমণিক এনে অনুপ্ৰেৰণা দিব পাৰিছিল কাৰণেই ফুলমণিৰ কাৰণে ইভাই মেট্ৰনৰ শাৰী অতিক্ৰম কৰি যেন দ্বিতীয় লিপিকা হৈ গৈছিল। বিচিত্ৰময় সংসাৰত চিত্ৰই এনে বিচিত্ৰৰূপ পায়, চিত্তবিভ্ৰমে মধুৰ আনন্দৰ ৰূপ পৰিগ্ৰহ কৰে।

ফুলমণিৰ সামান্য অসুখকে ডাঙৰকৈ দেখুৱাই আৰু স্বাস্থ্যৰ অজুহাতত স্বাস্থ্যজনিত কাৰণত ডাক্তৰৰ হতুৱাই অনুমোদন লৈ ইভাই ফুলমণিক নানা সকৰৰ সুবিধা দিয়ে—বেচেৰীয়ে বাতে কষ্ট

নাপায়। জেলৰ মেডিকেল অফিচাৰজনেই সচৰাচৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল। এতিয়া আন মেডিকেল চাব-অৰ্ডিনেট বিষয়া নথকা অৱস্থাত আৰু বেলেগ চুপাৰ নিয়োগ হোৱা অৱস্থাত জেল মেন্নুৱেল মতে জেলৰ ডাক্তৰ এজন ক্ষমতাশালী ব্যক্তি। মৃত্যুদণ্ডৰ আদেশাধীন বন্দীয়ে সাধাৰণ কয়দীৰ দৰেহে সীমিত সা-সুবিধা পাব পাৰে। কিন্তু ডাক্তৰে অনুমোদন কৰিলে এনে কয়দীয়ে বিভিন্ন উপায়ে প্ৰথমশ্ৰেণীৰ বন্দীৰ সকলো সা-সুবিধা পাব পাৰে।

টুথপেষ্টৰপৰা আৰম্ভ কৰি পাউদাৰলৈকে 'মেডিকেটেড' লিখা থাকিলেই হ'ল। চৰকাৰী খৰচত ফুলমণিৰ কাৰণে সকলো অনুমোদিত হৈছিল ইভাৰ খাটনিত। ডাক্তৰ সুৰজিত বৰুৱাই ফুলমণিৰ কেচটো জানিছিল। নীলাঞ্জন হাজৰিকাৰো ডাক্তৰ বৰুৱাৰ লগত পৰিচয় আছে। গতিকে ডাক্তৰেও খোৱা-বোৱাৰ বিষয়ত ফুলমণিক বিশেষ সুবিধা দিছিল। তথাপি তেওঁৰেই এদিন ইভাক কব লগা হৈছিল, "মিচেচ বৰা, চাব আকৌ জেলৰ নিয়মমতে বন্দীৰ লগত ফেমিলিয়াৰিটি মানে আত্মীয়তা কৰাটো নিষিদ্ধ কথা?" ইভাই অৰ্থপূৰ্ণ হাঁহিৰে উত্তৰ দিছিল, "ডাক্তৰ চাহাব, ময়ো আপোনাৰ দৰেই আনফেমিলিয়াৰ, মানে অনাত্মীয়ৰ দৰে ব্যৱহাৰ কৰিয়ে আছোঁ।" অৰ্থটো দুয়ো বুজিছিল, কাৰণ উভয়েই ফুলমণিক বিশেষ চকুৰে চাইছিল।

জেলৰ ডাক্তৰৰ বহুত দায়িত্ব। সমূহ বন্দীৰ স্বাস্থ্যৰ ৰক্ষণাবেক্ষণ, ৰোগীসকলৰ চিকিৎসা আৰু জেলৰ পৰিবেশৰ স্বাস্থ্যজনিত কাৰণত পৰিষ্কাৰ-পৰিচ্ছন্নতা অটুট ৰখাত তেওঁৰ দায়িত্ব অপৰিসীম। স্ত্ৰী মনোৰমাই কেতিয়াবা অনুযোগ কৰে, "জেলত ডাক্তৰ তুমিয়ে হৈছা নে? সময় নাই অসময় নাই, থিতাতে জেলৰ ভিতৰলৈ দৌৰ মাৰা। বাকীবোৰে জেলত কাম কৰা নাই নেকি? ৰাতিনো যাব লাগে কিয়? আকৰ্ষণটো কিমেল ৱাৰ্ড নহয়তো?"

মনোৰমাৰ ৰসিকতা আজিকালি গাত নলগা হৈছে, কাৰণ তেওঁলোকৰ মাজত বুজাবুজি খুব বেছি। পাৰস্পৰিক আকৰ্ষণ

অত্যধিক বেছি কাৰণেই বুজাবুজিও বেছি। ডাক্তৰে স্নীৰ ৰসিকতাৰ উত্তৰ দি কয়, "ডাক্তৰৰ আকৰ্ষণ আইনমতে সকলো ওৱাৰ্ডৰ প্ৰতি সমানে থাকিব লাগে। আচলে বিচলে হস্তীৰো পাও পিচলাব দৰে যদি অলপ ইফাল সিফাল হয়েো তাক তুমি নিজগুণে ক্ষমা কৰিবা বুলি মোৰ অটল বিশ্বাস আছে। তোমাৰ প্ৰতি মোৰ অচলা ভক্তি।"

"তোমাৰ নাটক থৈ দিয়া। এওঁ যেনিবা ইফাল সিফাল কৰিব পৰা পুৰুষহে! তোমাৰ সকলো পৌৰুষ মনোৰমাতেই শেষ হৈ গৈছে। এওঁৰ মনত ৰং লাগিব পাৰে বুলিলে মৰা মানুহেও হাঁহিব।"

"তুমিনো ইমান কিমেল ৱাৰ্ডৰ ভক্ত হৈ উঠিছা কিয়। আজিকালি ৰাম নাম জপাদি ব্যৱহাৰ কৰা।"

মনোৰমাই কয়, "সিদিনা ইভা বাইদেৱে ফুলমণিৰ জীৱন কাহিনীৰ বিষয়ে কৈছিল। বেচেৰীলৈ বৰ দুখ লাগে। বাৰু তাইক বচাব নোৱাৰি নে?"

"আপীলত বাচি যাব পাৰে।"

"যদি আপীলত নাবাচে তেনেহলে ডাক্তৰ হিচাপে তুমি কিবা বুদ্ধি উলিয়াব নোৱাৰা নে যাতে বেচেৰী বাচে।"

"ডাক্তৰ নীলাঞ্জন হাজৰিকাই তোমাক কিবা উপঢৌকন দিছে নেকি?"

মনোৰমাই কপট খঙত কয়, "তেওঁৰ লগত দেখোন মোৰ চিনাকিয়েই নাই। তিৰোতাই আচিনাকি পুৰুষৰ খবৰ লৈ ফুৰে। তোমালোকেহে অচিনাকি নাৰীৰ দেহ বিচাৰৰ গীত গোৱা আৰু ফুল দেখিলেই সুঙিবলৈ বিচাৰা।" আকৌ পৰিহাসপূৰ্ণ হাঁহি।

"বাৰু সু, তুমি দেখোন উত্তৰ নিদিলা। ফুলমণিক বচাব পৰা হব নে বাৰু? তোমাৰ বহুত পুণ্য হব।"

'পুণ্যৰ বলতেই তোমাক পালোঁ। আৰু নতুন পুণ্য মোক নালাগে।"

স্বামীৰ বুকুত মূৰটো গুজি দি মনোৰমাই কৈ উঠে, "মইতো

তোমাক মৰ্মে মৰ্মে অনুভৱ কৰি থাকোঁ কিবা উপায় নাই নে? মৃত্যুদণ্ড পোৱা মানুহবো কেতিয়াবা ছয় সাত বছৰলৈকে কাটী নোহোৱাকৈ থাকে হেনো। মহিলা বন্দীৰ ক্ষেত্ৰতো তেনে কিবা বিশেষ সুবিধা?"

"মৃত্যুদণ্ডৰ আদেশ পোৱা মহিলাৰ ক্ষেত্ৰত নো কি ব্যতিক্ৰম থাকিব পাৰে? অৱশ্যে বুদ্ধি খৰচ কৰিলে হয়তো কণাৰ কৰমুটি লাগিবও পাৰে।"

"ফুলমণিৰ প্ৰশংসাত প্ৰথম দিনাই দেখোন গদ-গদ হৈছিলা। এতিয়া পুৰণি হ'ল কাৰণে উৎসাহ নাইকিয়া হ'ল নেকি?"

আজি যেন মনোৰমাই ৰসিকতা নেৰিবই। ডাক্তৰৰ অৱশ্যে সন্দেহ নাছিল যে ফুলমণিৰ কৰুণ কাহিনীয়ে মনোৰমাৰ মনত নাৰীসুলভ মমতা জগাই তুলিছে। কিন্তু আইন জানিলেও ডাক্তৰ হৈতো তেওঁ ষড়যন্ত্ৰ কৰিব নোৱাৰে।

সুৰজিতে কয়, "ষড়যন্ত্ৰ এটা কৰিলে ফুলমণি হয়তো বাচিব পাৰে! তাৰ আগতে আপীলত কি হয় চোৱা যাওকচোন।"

"ষড়যন্ত্ৰটো নো কি?"

"মানে ফুলমণি যদি অন্তঃসত্ত্বা হৈ পৰে তেনেহলে আইনৰ মেৰপেচৰ মাজেদি ডাক্তৰী অনুমোদনত বাচি যাবও পাৰে।"

"তোমালোকৰ আইন দেখোন বৰ চমৎকাৰ। নিশ্চয় পুৰুষেই জেইল মেনুৱেলখন ৰচনা কৰিছিল। পিছে বিয়া নোহোৱাকৈ, তাতে জেলৰ ভিতৰত এনে অঘটন কেনেকৈ ঘটিব পাৰে?"

"কিয়, অতীতৰ ঋষি মুনিসকলৰ দিনৰ নিয়োগ প্ৰথা স্বীকাৰ কৰি ললে উপায় কিজানি ওলায়েই। কৈছিল অৰ্থপূৰ্ণ হাঁহিৰে। কিন্তু মুহূৰ্তৰ কাৰণে মনোৰমা যেন হতবাক্ হৈ গ'ল। তীব্ৰ অভিমানৰ সুৰত কলে, "সু, আমাৰ যে ল'ৰা-ছোৱালী নাই সেই কথাটো তুমি ইমান সূক্ষ্মভাৱে মোক সময়ে সময়ে মনত পেলাই নিদিলেও হয়। নইতো আগতেই কৈছিলোঁ, ইচ্ছা কৰিলে তুমি দ্বিতীয় বিবাহ কৰিব পাৰা।" এই বুলি চকুৰপানী ৰখাব নোৱাৰি

উঠি যাব খোজেঁাতে সুৰজিতে হাতখনত খাপমাৰি ধৰি সন্মান অভিমানেৰে কলে, "কথাবোৰ উলিয়াবা তুমিয়েই, ৰসিকতাও আৰম্ভ কৰিবা তুমি আৰু মই কিবা কলেহে জগৰ লাগে নহয় নে? তুমি ফুলমণিৰ কাৰণে ইমান চিন্তা কৰাৰ কি প্ৰয়োজন, লোকৰ কথা, লোকৰ বতৰা। সেই লৈ আমাৰ শান্তি কিয় নষ্ট কৰিব লাগে। আজিৰপৰা এইবিলাক কথা কেতিয়াও তুলিযাবা।"

"সু, তুমি কথাবোৰ নিজৰ গাত পাতি লোৱা কিয়? মই যে তোমাক স্বয়ং ভগৱানে বিৰুদ্ধে কলেও অবিশ্বাস নকৰোঁ। মই জানো যে মোৰ প্ৰতি অন্যায় তুমি কেতিয়াও কৰিব নোৱাৰা। মই কিন্তু সঁচাকৈয়ে ফুলমণিৰ দুখৰ সমভাগিনী হৈছোঁ।"

মনোৰমাৰ মনৰ কোমলতাৰ বিষয়ে সুৰজিতে ভালকৈ জানে। আকৌ নতুনকৈ জানিলে। মনোৰমাই যেন এটা নতুন পথৰ ইঙ্গিত দিছে। দেখা যাওকচোন, সময় সুবিধামতে নীলাঞ্জনৰ লগত পৰামৰ্শ কৰি যদি সন্মানজনকভাৱে কিবা মীমাংসা কৰিব পাৰি। মন থাকিলে পৃথিৱীত একো অনতিক্ৰমণীয় বিপদ থাকিব নোৱাৰে, অলঙ্ঘনীয় একো হেঙাৰ থাকিব নোৱাৰে।

জেলৰ বিভিন্ন ওৱাৰ্ডবোৰ চাই চাই আহি ফিমেল ওৱাৰ্ডত সোমোৱাৰ আগতে সুৰজিতে কথাখিনিকেই ভাবিছিল। ফুলমণিক সম্বোধন কৰি কলে, "গুড্‌মনিং মিচ বৰুৱা।"

ফুলমণিয়ে উত্তৰত সঁহাৰি দিয়ে, "মৰ্ণিং ডাক্তৰ চাহাব।"

"মই চাহাব চুহাব নহয়। ডাক্তৰ বুলি কলেই হ'ল।"

"মনোৰমা বাইদেৱে বোলে ডাক্তৰ চাহাব বুলি মাতিলেহে ভাল পায়।"

আচৰিত হৈ ডাক্তৰে সোধে, "আপুনি মনোৰমাক চিনি পায় নেকি?"

"অতো ইভাবাইদেৱে মোৰ আগত মনোৰমা বাইদেউৰ বিষয়ে ইমানকৈ কৈছে যে মই কথা নপতাকৈয়ে তেখেতৰ লগত পৰিচিত হৈ গৈছোঁ। এই দুৰ্ভাগ্য নোহোৱা হলে বাইদেউক লগ পাই কলোহেঁতেন

—"বাইদেউ তুমি মোৰ কাৰণে খুব মধুৰতকৈ মনোৰমা, তুমি মধুৰিমা, তুমি নিৰুপমা, 'আমি আজি যদি কৰি অপৰাধ, কৰিয়ো ক্ষমা'।"

'বাঃ, আপুনি কবিতা লিখে নেকি? ৰবীন্দ্ৰনাথৰ ভক্ত যেন দেখিছোঁ। জেলৰ ভিতৰতো ইমান কল্পনা থাকিলে 'নিয়ে যাবে মোৰে দেশ দেশান্তৰে গ্ৰহতাৰকাৰ পথে' বুলি যেখোন আপুনি ডাঃ নীলাঞ্জন হাজৰিকাৰ ওচৰলৈ মনেৰে যাব পাৰে।

ফুলমণি নিমাত হৈ গ'ল। আজিকালি মূৰ্ছা নাযায়, কিমানেই ব্যতিব্যস্ত নহওক লাগে। অভিমান সুলভ সুৰত কলে, "ডাক্তৰদা, মোৰ দুৰ্ভাগ্যৰপৰা নীলাঞ্জনে যাতে মুক্তি পায়।" হুকহুকাই কান্দি পেলালে।

সুৰজিতে কয়, "মই আপোনাক কন্দুৱাবলৈহে আহিলোঁ। মোক ক্ষমা কৰিব।" এই বুলি যাবলৈ ওলাল।

ফুলমণিয়ে কলে, "ডাক্তৰ দাদা বুলি কৈছোঁ যেতিয়া মই আপোনাক যদি তুমি বুলি অনুৰোধ কৰোঁ মনোৰমা বাইদেউক মোৰ শত নমস্কাৰ জনাবা, আপুনি বন্দীনীৰ অনুৰোধ ৰখিব নে ডাক্তৰ চাহাব।"

ভনীয়েককতো কোনেও "মিচ অমুক মিচ তমুক" বুলি সম্বোধন নকৰে। সুৰজিতে হাঁহি মাৰি কয়, "মিচ ৰুকৰা সম্বোধন বৰ আচহুৱা। বাইদেৱৰাক বাক তোমাৰ কথা কম। মনোৰমাই ইতিমধ্যে তোমাৰ কথা কৈ কৈ মোক ব্যতিবস্ত কৰি তুলিছে।"

"কি কথা ডাক্তৰ দাদা?"

"ডাঃ নীলাঞ্জন হাজৰিকা আৰু তোমাৰ কথা?"

ফুলমণিয়ে উদাসভাৱেৰে কয়, "নাৰীয়ে নাৰীৰ মন পুৰুষতকৈও ভালকৈ বুজে ডাক্তৰদা।"

ডাক্তৰে ওৱাৰ্ড এৰি যোৱাৰ আগতে ইভাৰ পিনে চাই এবাৰ হাঁহিলে। ইভায়ো হাঁহিৰেই সমিধান দিছিল। ইভাৰ মনত পৰিছিল কেনেকৈ অফিচিয়েলি অফিচৰ নিয়মৰ কায়দাত জেলৰ মেডিকেল অফিচাৰ এই ডাঃ সুৰজিত ৰুকৰাই মেট্ৰন হিচাপে তেওঁক

কৈছিল, 'মিচেচ ৰবা, বন্দীৰ লগত কেমিলিয়াৰিষ্টি কৰাটো জেইল মেন্নুৱেলৰ বিৰোধী।' ইতাই মনতে কৈ উঠে, 'মেন্নুৱেলখন মাজে সময়ে খোৱা চাওত তুলি থওক ভাত্তৰ। মেন্নুৱেলৰ সীমাৰেখাৰ সিপাৰৰ মানুহখিনিক চাওক। যেনেকৈ আজি চালে ফুলৰ দৰে পৱিত্ৰ ফুলমণিক। তাই যে মোৰ কাৰণে নতুন ৰূপত নতুন বেশত আভা স্বৰূপে প্ৰাণ পাই উঠিছে।'

## এঘাৰ

উচ্চ ন্যায়ালয়ত আপীল চলি থকাৰ সময়ত মাক, ককায়েক, বৌৱেক আৰু নীলাঞ্জনৰ মাক-দেউতাকে ফুলমণিক কেইবাবাৰো জেলত দেখা কৰিছিল। সকলোৱে সান্ত্বনাৰ বাণী শুনাইছিল। নীলাঞ্জনৰ মাকে কৈছিল, "ফুলমণি যিদিনাখন তোমাক আঙঠি পিন্ধাইছিলোঁ সেইদিনাৰপৰা তোমাকেই বোৱাৰী হিচাপে ভাবি আহিছোঁ। ভাগ্যৰ ওপৰত কাৰো হাত নাই মা। আমাৰ যদি ভাগ্যত থাকে তেনেহলে মৰাৰ আগতে মই বোৱাৰীৰ হাতেৰে খাই যাব পাৰিম বুলি বিশ্বাস আছে। ফুলৰ দৰে পৱিত্ৰ বোৱাৰীক মই কেতিয়াও পাহৰিব নোৱাৰোঁ।" চকুপানী মচি ফুলমণিয়ে ভাবী শাহু আইৰ চৰণ ধূলি শিৰত লৈছিল আৰু মাকৰ বুকুত মূৰটো ৰাখি কৈছিল, "মা, তোমাৰ লগত যে কিমান দিন শোৱা নাই।" ফুলমণিয়ে কন্দিছিল, কিন্তু ধৈৰ্য হেৰুৱা নাছিল। কিন্তু নীলাঞ্জন যেতিয়া আহিছিল তেতিয়া বেচেৰীৰ ধৈৰ্যৰ বান্ধ ভাঙি গৈছিল। "তুমি মোক এই বেশত চাবলৈ নাহিবা, অঞ্জনদা। মই যে বৰ দুৰ্ভগীয়া। তুমি মোক পাহৰি পেলোৱা অঞ্জনদা।" কান্দোনত একো কব নোৱাৰিলে। কান্দোনৰ মাজেদিয়েই ইণ্টাৰভিউ শেষ হৈছিল।

ফুলমণি জেললৈ অহাৰ প্ৰায় ন মাহৰ মূৰত উচ্চন্যায়ালয়ত আপীলৰ শুনানী হয়। উচ্চন্যায়লয়ে চেচন আদালতৰ ৰায় বাহাল

ৰাখে। এইবাৰতো আৰু ৰক্ষা নাই। নীলাঞ্জনৰ মূৰত যেন সৰগখন ভাগি পৰিছিল। ছয়োটা পৰিয়ালতে মৰাশালিৰ নিস্তব্ধতা বিৰাজ কৰিলে।

উচ্চ ন্যায়ালয়ৰ ৰায়ৰ নকল জেল আহি পাওঁতে কেইদিনমান লাগিব। ভয়াবহ ৰায়টোৰ বিষয়ে ফুলমণিয়ে জনাৰ আগতে নীলাঞ্জনে ডাঃ সুৰজিৎ বৰুৱাৰ লগত সাক্ষাৎ কৰিবলৈ মনস্থ কৰিলে। সুৰজিতৰ যোগেদি প্ৰায় দৈনিক নীলাঞ্জনে ফুলমণিৰ খবৰ ৰাখিবি লৈ আছিল, ডাক্তৰৰ হৃদ্যতাৰ কাৰণে ধন্যবাদ জনাইছিল। সুৰজিত আৰু মনোৰমাৰ সহৃদয়তাৰ পৰিচয় পাই নীলাঞ্জনে আংশিকভাৱে হলেও দুখ পাতলাব পাৰিছিল।

পানীত পৰা মানুহৰ দৰে নীলাঞ্জনে সুধিছিল, "ডাক্তৰ বৰুৱা, ফুলমণিক বচোৱাৰ একো উপায় নাই নে?"

সুৰজিতে উচ্চতম ন্যায়ালয় আৰু তাৰ পিছত প্ৰয়োজন হলে ৰাষ্ট্ৰপতিৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰ আবেদনৰ কথা কৈছিল। নীলাঞ্জনেও এইবিলাক নজনা নহয়। আইনৰ চকৰি যে বৰ মন্থৰ গতিত ঘূৰে। কিমান বছৰ এনেকৈ অপেক্ষা কৰিব লাগিব। আইনৰ এনেহে বিধান যে মৃত্যুদণ্ডৰ আদেশ শিৰত লৈ বন্দীয়ে বছৰৰ পিছত বছৰ কাৰাবাসৰ জীয়াতু ভুগিব লগা হয়।

উচ্চ ন্যায়ালয়ৰ এজন অধিবক্তাৰ পৰামৰ্শমতে নীলাঞ্জনে উচ্চতম ন্যায়ালয়ত মৃত্যুদণ্ডাদেশৰ বিৰুদ্ধে আপীল ডবাৰ দিহা কৰিলে আৰু তেওঁৰে পৰামৰ্শমতে জেইল মেনুৱেলখন পঢ়ি চাই যেন আশাৰ ৰেঙনি দেখা পালে। অভাৱনীয় ঘটনাকো কিজানি সম্ভৱপৰ কৰি তুলিব পাৰি।

অধিবক্তাজনৰ বুদ্ধিমতেই জেলমেনুৱেলখনৰ সংশ্লিষ্ট ধাৰা কেইটামান পঢ়ি নীলাঞ্জনে ডাঃ সুৰজিত বৰুৱাক লগ ধৰিবলৈ আহিছিল। মেনুৱেলৰ ৮৫৬, ৮৫৭, ৮৫৮ আৰু ৮৮২ নং ধাৰা পঢ়ি নীলাঞ্জনে যেন নতুন পথ এটাৰ সন্ধান পাইছিল। ৮৫৬নং ধাৰাত আছে যে যদি মৃত্যুদণ্ডাদেশ পোৱা এগৰাকী নাৰী বন্দীনী অন্তঃসত্বা

বুলি প্রমাণিত হয় তেনেহলে মেডিকেল অফিচাৰে বিষয়টো জেলৰ চুপাৰিণ্টেণ্ডেণ্টৰ যোগেদি আদালতক জনাব লাগিব। ৮৫৭নং ধাৰাত আছে যে এনে বন্দিনীয়ে যদি নিজকে অন্তঃসত্তা বুলি ঘোষণা কৰে তেনেহলে ইয়াৰ সত্যাসত্য যথাসময়ত নিৰূপণ কৰি মেডিকেল অফিচাৰে অনুৰূপভাৱে আদালতক জনাব লাগিব। ৮৫৮নং ধাৰাত আছে যে ওপৰোক্ত দুটা ধাৰাৰ যি কোনো এটাৰ অধীনত মৃত্যুদণ্ডাদেশ স্থগিত থাকিব আৰু চৰকাৰৰ আদেশ নোহোৱাকৈ স্থগিত মৃত্যুদণ্ডাদেশ কাৰ্যকৰী কৰা নহব। মেন্নুৱেলৰ ৮৮২নং ধাৰামতে শিশুৰ ছবছৰ বয়সলৈকে মাকৰ লগত জেলৰ ভিতৰত থাকিব পাৰিব। উচ্চ ন্যায়ালয়ৰ প্ৰখ্যাত অধিবক্তা কিৰণ প্ৰকাশ ভট্টাচাৰ্যই মত প্ৰকাশ কৰিছিল যে উচিত বিবেচনাৰে এই ধাৰা-সমূহ ফুলমণিৰ কাৰণে মুক্তজীৱনৰ সন্ধান দিব পাৰে আৰু সেই অনুক্ৰমে নীলাঞ্জনেও ব্যৱস্থা লব পাৰে।

নীলাঞ্জনে সুবজিতক কৈছিল, "জেল মেন্নুৱেলখনৰ ৮৫৬ নম্বৰ-পৰা ধাৰা কেইটামান আপোনাৰ মনত আছে নে ?"

"কিয় সুধিলে ? আমিতো মেন্নুৱেলখনক বেদ হিচাপেই মানিব লাগে।" এই বুলি কাষৰ ৰেকৰপৰা মেন্নুৱেলখন উলিয়াই লৈ উল্লিখিত ধাৰাকেইটা চাই মুখত অৰ্থপূৰ্ণ হাঁহিৰে সুধিলে, "কিবা মতলবৰ গোন্ধ পাইছোঁ দেখোন।"

নীলাঞ্জনে কয়, "আপুনি যদি মানৱীয় কাৰণত সহায় কৰে তেনেহলে মেন্নুৱেলৰ জৰিয়তে আমাৰ জীৱনলৈ নতুন আশা আহিব পাৰে, ফুলমণি আৰু মোৰ কাৰণে।"

"যদি তেনেধৰণৰ কিবা হয় তেনেহলে সহায় কৰাটো মোৰ কৰ্তব্যৰ ভিতৰত পৰিব। কিন্তু ফুলমাণ ইয়ালৈ আহোঁতেতো একো বিশেষ লক্ষণ দেখা নাছিলোঁ।"

"সেই কাৰণেই আপোনাৰ সহায় বিচাৰিছোঁ।" নীলাঞ্জনে কয় আৰু অধীৰ আগ্ৰহেৰে জেলৰ মেডিকেল অফিচাৰৰ মুখলৈ চাই থাকে।

কিছুসময় গম্ভীৰ হৈ থাকি সুৰজিতে কয়, "হাজৰিকা ফুলমণিৰ কাৰণে মোৰো দুখ লাগে। ময়ো স্বীকাৰ কৰো যে এজনী নিষ্পাপ ছোৱালীয়ে নাৰীৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ এনে অভাৱনীয় পৰিস্থিতিৰ বলী হব লগা হ'ল। ব্যৱহাৰৰ মধুৰতাৰে তেওঁ সকলোকে মুগ্ধ কৰিছে, মনোৰমাই যে তনীয়েকৰ কথা কৈ কৈ ভভেই নাপায়। ফুলমণি ইয়ালৈ অহাৰ প্ৰথম দিনটো আন এটা কাৰণত তেওঁ মোক মকৰধ্বজ খোৱাৰ অৱস্থা কৰিছিল।" ওচৰত বহি থকা মনোৰমালৈ চালে।

মনোৰমাই কয়, "এওঁৰ সকলোতে বেছি বেছি! তোমাক নো বেডকমৰ কথা আনক কৰলৈ কোনে কৈছে? ফুলমণিক মই তেতিয়া দেখা নাছিলোঁ। এতিয়াও দেখা নাই, যদিও কাৰাপ্ৰাচীৰৰ ইকাল আৰু সিকালত আমি আছোঁ। কিন্তু ছোৱালীজনীৰ কাৰণে মোৰ বৰ দুখ লাগে আৰু সেই কাৰণেই, ডাঃ হাজৰিকা, মেডিকেল অফিচাৰক ময়ো খাটনি ধৰিছোঁ যাতে কিবা উপায়েৰে ছোৱালী-জনীক বচোৱাৰ ব্যৱস্থা লয়। ফুলমণিয়ে এবাৰ বোলে শুদ্ধ বেঙ্নীয়া সাজেৰে ইমান ধুনীয়াকৈ আছিল তাইৰ বোলে আঙঠি পিন্ধোৱাৰ দিনটোৰ সৌৰবণত—আমাৰ বপুৰা যেনিবা মদনৰ পঞ্চশৰতহে বিদ্ধ হৈছিল। মই কৈছিলোঁ তুমিতো এতিয়া পৰস্ত্ৰীক লোভ কৰিব নোৱাৰা যাৰ বস্তু তাৰ হাতত গতাই দিয়াৰ দিহাটো নো নকৰা কিয়?" মুখত দুষ্টামিৰ হাঁহি! বেলেগ কাৰণত নীলাঞ্জন আৰু ডাঃ সুৰজিত বৰুৱাইও লজ্জামিশ্ৰিত আনন্দৰ ভাব দেখুৱাইছিল।

সুৰজিতেই কৈ উঠে, "আমাৰ এওঁৰ মুখ খুলিলে আৰু ৰক্ষা নাই! ক'ৰ কথা ক'ত লগাই দিয়ে ঠিক নাই। মই কৈছিলোঁ তিতৰ বিশ্বাসত আৰু এওঁ নিজৰ স্বামীক কৰিলে কদৰ্থনা।"

মনোৰমাই কয়, "তেনেহলে তোমাৰ সহায় কৰাত নো আপত্তি কি? নহলে তোমাৰ কিবা ব্যক্তিগত স্বাৰ্থ আছে বুলিহে ধৰি লম।"

সুৰজিতে কৈ উঠে, "ডাঃ হাজৰিকা, আপুনি এওঁৰ বকনিবোৰ যাতে 'চিৰিয়াচ্‌লি' নলয়। ফুলমণিক মই ভনী হিচাপেই ভাবোঁ।"

"আৰু সেইটো জানো কাৰণেই মই তেওঁৰ ককায়েকৰ ওচৰলৈ আহিছোঁ।" নীলাঞ্জনে যেনিবা মোক্ষম অস্ত্ৰ নিক্ষেপ কৰিলে।

"মই ভাবিবই পৰা নাই কেনেকৈনো সহায় কৰিব পাৰোঁ। কিবা এটা হৃদয়ৰ প্ৰয়োজনৰ ষড়যন্ত্ৰত collusion ৰ হয়তো ময়ো অংশীদাৰ হ'ব লাগিব আপোনাৰ লগত। আইন বচাই কেনেকৈ নো কি কৰিব পাৰি দেখা যাওকচোন।"

যোৱাৰ আগতে নীলাঞ্জনে কৈ গৈছিল যাতে চুপ্ৰীম কোৰ্টলৈ আপীল কৰাৰ কথা ফুলমণিক ডাক্তৰেই কয়গৈ আৰু লগতে আশ্বাস দিয়ে যে যিমানেই অনিশ্চয়তা নাথাকক, ফুলমণিক মুকলি কৰি নিয়াৰ কাৰণে নীলাঞ্জনে সৰ্বস্ব ত্যাগ কৰিবলৈও প্ৰস্তুত আছে।

নীলাঞ্জন যোৱাৰ পিছত মনোৰমাই কৈ উঠে, "কিনো ইমান চিন্তা কৰিব লগা আছে। কিবা এটা অজুহাতত জেলৰ হচপিটেলত চিকিৎসা কৰিব নোৱাৰা ৰোগ এটা হৈছে বুলি ফুলমণিক মেডিকেল কলেজ হচপিটেলত ভৰ্তি কৰাই দিয়া। ডাঃ নীলাঞ্জন হাজৰিকাৰ সকলো বিধৰ তত্বাৱধনাত থাকিলেই দেখোন নিমিলা অঙ্ক মিলি যাব।"

"এনেয়ে নো কওঁ নে নাৰীৰ, নোমে নোমে বুদ্ধি। এতিয়া অসুখ এটা ময়ে সৃষ্টি কৰাই হচপিটেলত সুখৰ সংসাৰ পাতি দিব লাগে নহয়। ইফালে আহক মোৰ ওপৰত চাৰ্জচিট।"

"মোৰ ফালৰপৰা একো চাৰ্জচিট নাহে। অফিচৰ বিষয়ে তোমাৰ দায়িত্ব। এই কেৱা কথাকে যদি কৰি দিব নোৱাৰা তেনেহলে ডাক্তৰি কিতাপবোৰনো কি ইমান খুটিয়াই খুটিয়াই পঢ়া।"

মনোৰমাৰ সৰলতা আৰু ৰসিকতা আৰু মমতাবোধ সুৰজিতে মৰ্মে মৰ্মে অনুভৱ কৰে। মনতে কয়, সেই কাৰণেই তেওঁক ইমান ভাল লাগে। মনোৰমা কাহানিও নিজে সন্তানৰ জননী হ'ব নোৱাৰে। এই কাৰণেই যেন দুগুণ সহৃদয়তাৰে তেওঁ ফুলমণিৰ মাতৃত্বকামনা কৰিছে—তাতে আকৌ এনে আচৰিত মাতৃত্বই ফুলমণিৰ কাৰণে মুক্তজীৱনৰ সিংহদুৱাৰো খুলি দিব পাৰে। বিষয়টো

নিতান্তই জটিল। কিন্তু জীৱনত যদি সমস্যাই নাথাকে আউল লগা জোটবোৰ যদি ভাঙিবই নোৱাৰি তেনেহলে জীৱনৰ স্বাদ থাকে জানো? সমস্যাত অভিভূত নহৈ সমস্যা সমাধানৰ কাৰণে চেষ্টা কৰিলেহে কেতিয়াবা জীৱনৰ সাৰ্থকতা নতুনকৈ অনুভৱ কৰিব পাৰিব। নতুনত্বত এটা মদকতা আছে। অসম্ভৱক সম্ভৱ কৰি তুলিব পাৰিলে সৃষ্টিৰ আনন্দ পোৱা যায়।

বাকীবোৰ ৱাৰ্ডত ৰাউণ্ড দি কিমেল ৱাৰ্ডলৈ আহি সুৰজিতে ফুলমণিক দেখা কৰিলে। উচ্চ ন্যায়ালয়ৰ ৰায় আৰু ইয়াৰ পৰৱৰ্তী উচ্চতম ন্যায়লয়ত কৰা আপীলৰ বিষয়ে কথা প্ৰসঙ্গত কৰলৈ আহিছে। কিন্তু খপৰাই কেনেকৈ কয়? ফুলমণি শুই আছে বিছনাত। ওচৰত মেট্ৰন বহি আছে ফুলমণিৰ গায়ে মূৰে হাত ফুৰাই যেন মাকে নিজৰ ছোৱালীকহে আলফুলকৈ শুৱাই মৰম কৰিছে। ডাক্তৰ অহাত দুয়ো উঠিল। সুৰজিতে কলে, "আজি দেখোন ফুলৰাণী ফুলনিত নাই সেয়েহে বাগানখন খালী দেখিছোঁ।"

ইভাই কয়, "ডাক্তাৰ চাহাবে ঠিকেই কৈছে।" ফুলমণিয়ে কয় "ডাক্তৰদাৰ খালী একেই কথা। মোৰ কাৰণে যদি ইমান ভাবা তেনেহলে বাইদেউক এবাৰ চাবলৈ নিদিয়া কিয়? মই শুনিছোঁ বাইদেউ বোলে তিলোত্তমা।"

"সেই কাৰণেইতো বাইদেৱাৰা আজিও মোৰ মনফুলনিত আৱদ্ধ।"

"ডাক্তৰদাৰ দেখোন আজি কৰি কৰি ভাব। মালিনীৰ পৰিচৰ্যা গাত লাগি আছে নেকি?" লাজুকীয়া হাঁহিৰে ফুলমণিয়ে কয়। জেলৰ ডাক্তৰ আৰু মেট্ৰন দুয়ো হাঁহে। এই মুহূৰ্তত যেন তেওঁলোক একে পৰিয়ালৰ মানুহ হৈ গৈছে।

কঠিন সংবাদটো খুব সহজভাৱে আৰু গুৰুত্বহীনভাৱে সুৰজিতে ফুলমণিক কলে আৰু আশ্বাস দিলে যে উচ্চতম ন্যায়ালয়তো ন্যায় বিচাৰ নাপালে বুলি ভাবিলে ৰাষ্ট্ৰপতিলৈ আবেদন কৰাৰ এটা

উপায় আছে। তাতো নহলে—কাৰণ দিল্লী বহুত দূৰত—ইয়াতে কিবা কৰিব পৰা যায় নেকি?

ফুলমণিয়ে স্তব্ধ হৈ শুনি আছিল। হঠাতে কৈ উঠে, "ইয়াতে মানে? জেলৰ ভিতৰত এই জেলত?"

"হবও পাৰে!"

"তেনেহলে ডাক্তৰদা তুমি দেখোন ৰাষ্ট্ৰপতিতকৈও ডাঙৰ।" মুখত হাঁহি, চকু চলচলীয়া।

সুৰজিতে কয়, "মই মৰেই। লোকৰ বিষয়বাব কিয় লবলৈ যাম। পিছে তোমাৰ চকু চলচলীয়া হৈ উঠিছে। কথাই কথাই কিন্তু মই নীলাঞ্জনক কব লাগিব যাতে তেওঁ তোমাক ভালকৈয়ে কন্দুৱাৰ ঔষধ দিব পাৰে।"

ঠোকাঠুকি মাতেৰে ফুলমণিয়ে কয়, "কান্দি কান্দি মোৰ কান্দোন শুকাই গৈছে ডাক্তৰদা। অঞ্জনদাক যে কিমান জুলুমত পেলালোঁ মৃত্যুদণ্ডৰ আদেশ শিৰত লোৱা বন্দিনীৰ কাৰণে তেওঁ বাট চাই আছে। তেওঁ জানো মই সিপুৰীলৈ যোৱাৰ সময়লৈকে ৰব পাৰিব? তেওঁক কবা ডাক্তৰদা, মই তেওঁলৈ অধীৰ আগ্ৰহেৰে বৈ থাকিম। তেওঁ যাতে জীৱনৰ সকলো কাম শতবছৰ কৰি যায়। তেওঁক বিয়া কৰাবলৈ কবা ডাক্তৰদা। কোৱা তুমি তোমাৰ দুৰ্ভগীয়া ভনীৰ অনুৰোধ ৰাখিবা"—এই বুলি ডাক্তৰৰ সন্মুখত মাটিৰ ওপৰত ভাগি পৰে। ইভাই তেওঁক লাহে লাহে তুলি বিছনালৈ নিয়ে। সুৰজিতে কয়, "ভনীয়েকে দাদাকৰ কথা নুশুনে জানো? মই কৈছোঁ তুমি এনেকৈ এইবাৰৰপৰা চকুপানী উলিয়ালে মই আকৌ মেডিকেল অফিচাৰহে হৈ যাম—ডাক্তৰে যেনেকৈ বন্দীক ব্যৱহাৰ কৰে সেই ব্যৱহাৰহে পাবা।"

ফুলমণিয়ে কিছু শান্ত হৈ কয়, "ডাক্তৰদা তুমি পুৰুষ কাৰণে নাৰীৰ অভিমান নুবুজা। মনোৰমা বাইদেৱে কেতিয়াও ইমান টানকৈ নকলেহেঁতেন। কিন্তু ডাক্তৰদা! তুমি জেলৰ মেডিকেল অফিচাৰতকৈ আৰু ডাঙৰ। ভনী হিচাপে মই দাদাকৰ উন্নতিৰ কাৰণে ভগৱানৰ

ওচৰত সদায় নতশিৰে প্ৰাৰ্থনা কৰিম। তুমি ভগৱান নামানিলেও মোৰ ভগৱানক মইহে মনত পেলাম।"

সুৰজিতৰো দুখ লাগি যায়, "ফুলমণি এতিয়া বাক দাদাৰক কম্ৰা কৰি দিয়া। পুৰুষ মানুহৰ গৰ্বই মাজে মাজে নিৰ্লজ্জতাৰে আত্ম প্ৰকাশ কৰে। নাৰীয়ে সেইটো কি বুজিব? ডাক্তৰ হাজৰিকাই কৈছিল তেওঁৰ গৰ্ব বোলে ফুলমণি নে ফুলৰাণীক কেন্দ্ৰ কৰি। মযো তত্তালিকে উত্তৰ দিছিলোঁ, মোৰ গৰ্ব মনোৰমা নে মধুৰিমাক কেন্দ্ৰ কৰি।" এই বুলি কৈ সশব্দে হাঁহি দিছিল।

ফুলমণিয়ে এইবাৰ হাঁহিৰে উত্তৰ দিছিল, "ডাক্তৰদা, তুমি কিন্তু খুব কথা ঘুৰাব পাৰাদেই। বেচেৰী বাইদেউজনী চাপে আহৰি হৈ যায়।"

ইভাৰ পিনে চাই "মাফ কৰিব দেই' বুলি কৈ ফুলমণিক ডাক্তৰে কয়, "বাইদেৱাবাক আক আহৰি পৰিবলৈ বাকী আছে নে?"

"তুমি ডাক্তৰদা বৰ অসভ্য হৈ উঠিছা। বাইদেউক লগ পালে কব লাগিব স্বামীক যাতে শাসন কৰে। আজিকালি তেওঁৰ গৰাকীয়ে ডাক্তৰিৰ উপৰিও এটা দেখোন নতুন বৃত্তি লৈছে—বেডৰুমৰ কাহিনী জনসমাজত প্ৰচাৰ কৰিব ধৰিছে। গতিকে বাইদেউ সাৱধান, নহলে Bed chamber crisis হৈ যাব পাৰে।"

এইবাৰ ইভাই অপ্ৰশংস মৰমী দৃষ্টিৰে ফুলমণিলৈ চাই কয়, "মণিমা (লিপিকাৰ দৰে মণিমা বুলি মাতে) তুমি কলেজীয়া জীৱনত নাটক কৰিছিলা নেকি?

"অ'তো, মই কলেজ ইউনিয়নৰ সাংস্কৃতিক শাখাৰ সম্পাদিকাও আছিলোঁ। তেতিয়াই শিকিছিলোঁ দেশখনেই আমাৰ নাটঘৰ, বাইজেই আমাৰ ভাৱৰীয়া।"

ডাক্তৰে কবলৈ আহিছিল মৃত্যুদণ্ড বাহাল থকাৰ ভয় লগা কথা, চুপ্ৰীম কোৰ্টৰ আপীলৰ যোগেদি মুক্তিৰ ক্ষীণ আশাৰ কথা। পৰিস্থিতিটোৰ যে ইমান আনন্দদায়ক পৰিসমাপ্তি ঘটিব সেইটো তেওঁ কিমেজৱাৰ্ডত লোমোৱাৰ আগতে ভবাই নাছিল।

## বাৰ

কেইদিনমানৰ পিছত মেট্ৰনে জেল হচপিটেলৰ চেম্বাৰত ডাক্তৰক পুৱাতে আহি কলেহি যে আগৰ নিশাৰ ৰাতিৰেপৰা ফুলমণিৰ জ্বৰ আৰু কাহ হৈছে। টেম্পাৰেচাৰ ১০১ তকৈ উঠা নাই, কিন্তু কাহটোৱে বৰ দীঘলীয়া। এবাৰ কাহ উঠিলে বেচেৰীয়ে ১৫/২০ মিনিটমান কাহি কাহি লেবাজান হৈ যায় আৰু কিবাকিবি বকি থাকে।

ডাক্তৰ আহি ঔষধ দিয়ে। ফুলমণিৰ মুখখন শেঁতা পৰি গৈছে। কাহৰ প্ৰকোপ দেখি দুই তিনি বিধ কাহৰ দৰৱ মিহলাই চোকা কম্পাউণ্ড এটা কৰি খুৱাই দিয়াত কিছু উপশম ঘটিল। ইয়াৰ পিছত দুদিনমানৰ পিছত আকৌ দেখা গ'ল যে কাহৰ দৈৰ্ঘ প্ৰায় আধাঘণ্টামান থাকে আৰু সেই সময় ছোৱাত হাত ভৰি জোকাৰি ফুলমণি যেন একো নাই হৈ যায়। ইভাই কয় যে যোৱা নিশা তেওঁক শুবলৈকে দিয়া নাই। ইতিমধ্যে কাহ, তেজ, পেচাব আদিৰ পৰীক্ষা কৰোৱা হৈছিল। সম্পূৰ্ণ পৰীক্ষা কৰাৰ পিছত ডাক্তৰৰ আৰু বুজিবলৈ বাকী নাথাকিল যে ফুলমণিৰ ব্ৰংকো নিউমোনিয়া হৈছে। 'একিউট টাইপ'ৰ। খবৰৰ কাগজত প্ৰকাশ যে ইউৰোপৰ সেই সময়ত এনে ধৰণৰ ৰোগত ইতিমধ্যে প্ৰায় দুহাজাৰ মানুহৰ মৃত্যু হৈছে। জেলৰ সকলো বন্দীৰ স্বাস্থ্য ৰক্ষা কৰাটো আৰু ৰোগীৰ চিকিৎসা কৰোৱাটো ডাক্তৰৰ বিধিসম্মত দায়িত্ব। মৃত্যুদণ্ডেৰে দণ্ডিত বন্দীৰ প্ৰতি মৃত্যুদণ্ডৰ আগলৈকে আকৌ বিশেষভাৱে চকু দিব লাগে। বেমাৰীকতো নৰিয়া গাৰে ফাঁচী দিব নোৱাৰি। ফাঁচীৰ আচামীৰ প্ৰতিও আইনে কৰুণা কৰে।

বিধিসম্মত দায়িত্বৰ কথা বাদ দিলেও ফুলমণিৰ লগত ডাঃ সুৰজিত বৰুৱাৰ এটা আত্মীয়তাও স্থাপন হৈছে। ইভায়ো খাটনি ধৰিছে যাতে মেডিকেল কলেজৰ হচপিটেলত সুচিকিৎসাৰ ব্যৱস্থা

কৰিবলৈ চুপাৰিণ্টেণ্ডেণ্টৰ মাৰফত জিলা কৰ্তৃপক্ষ তথা চৰকাৰলৈ লিখা হয়। ইভাই জানিছিল যে নীলাঞ্জনৰ সান্নিধ্যই ফুলমণিৰ আৰোগ্য লাভ ত্বৰান্বিত কৰি তুলিব। ইপিনে সুৰজিতে কল্পনা কৰিছিল যে হচপিটেলত থকাৰ সময়ত আৰোগ্য লাভৰ পিছত যদি ফুলমণি নীলাঞ্জনৰ অপ্ৰত্যাশিতভাৱে মিলনো হৈ যায়। বিচিত্ৰ পৃথিৱীৰ প্ৰকৃতিৰ গতিয়ে কোন পিনে চাল খায় কোনে জানে?

সকলো যো-জা কৰাৰ পিছত চৰকাৰৰ অনুমতিক্ৰমে ফুলমণিক মেডিকেল কলেজ হচপিটেললৈ স্থানান্তৰিত কৰাৰ সিদ্ধান্ত হ'ল। নীলাঞ্জনৰ বিশেষ চেষ্টাত এটা কেবিনো যোগাৰ হৈ গ'ল। ফুলমণি হচপিটেললৈ আহোঁতে প্ৰায় অচেতন অৱস্থাত আছিল। ইভাই লগত আহিবলৈ বিচাৰিছিল যদিও জেল কৰ্তৃপক্ষই অনুমতি নিদিলে। খবৰ পাই লিপিকাই আহি হচপিটেলত জীয়েকক চাই গ'লহি। সন্ধিয়াৰ আগে আগে ইভায়ো বিশেষ অনুমতি লৈ চাবলৈ আহিছিল। লিপিকাক কলে, "মোৰ নিজৰ ছোৱালীজনী হেৰাই গ'ল, ফুলমণিৰ মাজত মোৰ আভাক আকৌ পাইছোঁ। আপোনাৰ ছোৱালীক মোৰ ছোৱালীৰ দৰেই যত্ন লৈছিলোঁ। কেনেকৈ যে অসুখটো হ'ল। মোৰ এই নতুন আভাজনীক মৰিবলৈ দিব নোৱাৰোঁ।" মৃত্যুদণ্ডেৰে দণ্ডিত ছোৱালী, তাইক আকৌ বোলে মৰিবলৈ দিব নোৱাৰে! ইভাৰ প্ৰতি লিপিকাৰ মৰম উপচি গৈছিল। দুয়ো প্ৰায় সমবয়সীয়া। কলে, "আপোনাৰ ছোৱালীক বচোৱাটো আপোনালোকৰেই দায়িত্ব। তাই জেলত পৰিবৰেপৰা মোৰ বুকুখন খালী হৈ আছে।" দুয়ো চকুপানীৰ বিনিময়েৰে বিদায় লৈছিল।

ফুলমণিক থাকিবলৈ দিয়া হৈছিল মেডিকেল ৱাৰ্ডৰ এটা কেবিনত। নীলাঞ্জন সেই ৱাৰ্ডৰে ডাক্তৰ। অন্যান্য ডাক্তৰ থাকে। কিন্তু ফুলমণিৰ প্ৰতি থকা নীলাঞ্জনৰ স্বাভাৱিক দুৰ্বলতাৰ কথা ইতিমধ্যে ডাক্তৰ আৰু নাৰ্চসকলে গম পাইছিল, গম দিছিলোঁ, আৰু সকলোৰে সহানুভূতি জনাইছিল। ৱাৰ্ডৰ ডিউটি শেষ হলেই নীলাঞ্জনে অধিক

সময় কটাইছিল ফুলমণিৰ কেবিনত। ঔষধ খুউৱা আৰু বেজী দিয়াৰ সময়খিনিৰ বাহিৰে নাৰ্চ কেবিনৰ ভিতৰলৈ প্ৰায় নাহিছিলেই। ফলত শায়িতা নিদ্ৰিতা ফুলমণিৰ ওচৰত অধিকসময় থকাৰ সুবিধা পাইছিল ডাঃ নীলাঞ্জন হাজৰিকাই। ফুলমণি সোনকালে ভাল হৈ উঠক! যিমান দেৰি হয় সিমানেই ভাল। হচপিটেলত থকা দিনকেইটাটো একান্তভাৱে তেওঁৰ নিজৰ হব। এবাৰ নিজৰ অসুখৰ সময়ত খবৰ নিদিয়া কাৰণে ফুলমণিয়ে তেওঁক শুশ্ৰূষা কৰিব পৰা নাছিল। এইবাৰ তেনে সুযোগ তেওঁ নিজে পাইছে। এই দিনবোৰ যদি অনন্তকাল হয়! ফুলমণিৰ শিৰত হাত বুলাই বুলাই ৰাতিৰ ৰাউণ্ড দিবলৈ আহি নীলাঞ্জনে এইবোৰ কথা ভাবে আৰু মধুৰ সপোন দেখে। "ফুলমণি, তুমি সোনকালে ভাল হৈ উঠা। নহয়, ফুলমণি তুমি ইয়াত বহুত, বহুত দিন থাকিবা ফুলমণি।" শব্দ কৰি মতা কাৰণে ফুলমণিয়ে চকু মেলি চাই ক্ষীণহাতেৰে নীলাঞ্জনৰ হাতখন ধৰি কৈ উঠে, "অঞ্জনদাদা, তুমি মোক মাতিছিলা ?"

"শুই থাকা সোণজনী, তুমি বৰ দুৰ্বল হৈ আছা।"

"তুমি ইমানকৈ মৰম কৰিলে মই শুব নোৱাৰোঁ অঞ্জনদা।"

"তেনেহলে মই যাওঁগৈ।"

ফুলমণিয়ে আৰু ক্ষীণ মাতেৰে কৈ উঠে, "তুমি বৰ পাষাণ অঞ্জনদা। মোৰ মুখৰ কথাকে বিশ্বাস কৰিলা। মোৰ মনটো নুবুজিলা। ভাবিব পাৰা কাৰ কথা ভাবি ভাবি মোৰ এই দশা হ'ল ?"

"তুমি আকৌ কথা কৈছা! তোমাক মোতকৈ আৰু বেছি কোনে বুজিব। মই হাত ফুৰাই দিওঁ তুমি শুবলৈ যত্ন কৰা।"

নীলাঞ্জনৰ হাতখন বুকুৰ মাজত সুমুৱাই সাৱটি ধৰি ফুলমণিয়ে শুবৰ চেষ্টা কৰিলে।

সুৰজিতে কেতিয়াবা কোনেৰে আৰু কেতিয়াবা নিজে আহি ফুলমণিৰ খবৰ লয়। সম্পূৰ্ণ একৈশ দিনৰ মূৰত ফুলমণিৰ জ্বৰৰ উপশম ঘটে। কিন্তু বেছ দুৰ্বল হৈ পৰিছে। বিছনাৰপৰা নমাৰ

শক্তিয়ে নাই। অব এবাব পিছদিনা সুবজিত আহোঁতে ফুলমণিয়ে সুধিছিল, "ডাক্তবদা ; মোক বধ্যভূমিলৈ কেতিয়া নি উপকাবটো কবিবা।"

সুবজিতে উত্তবত কয়, "বাসকত্তা কবিব পৰা হৈছা যেতিয়া তুমি সোনকালে ভাল হৈ উঠিবা। কিন্তু তুমি সোনকালে ভাল হৈ উঠিব বিচবা জানো।"

"মোব পক্ষে এতিয়া ভালেই বা কি, বেয়াই বা কি ? ডাক্তবদা, মবণব সময়লৈকে তোমাব উপকাব মনত থাকিব, মনোবমা বাইদেউকো মনত থাকিব। আক অঞ্জনদা—মোব শত্ৰুটো অঞ্জনদাক দি যাম বুলি মই উইল কবি থৈ যাম।" হুকহুকাই কান্দিলে। নীলাঞ্জনেও কান্দিলে। চলচলীয়া চকুবে সুবজিতে কয়, "আজি বাইদেৱবাই তোমাক চাবলৈ আহিব। তোমাব মধুবিমা বাইদেউব লগত কথা পতাই নাই নহয় ?"

"আজিব দিনটো মোব কাবণে বব ভাল। তোমাব তিলোত্তমাক চাব পাবিম।" হাঁহি এতিয়াও ক্ষীণ। কিন্তু স্বাস্থ্যব প্ৰতি বিপদ আঁতবি গৈছে বুলি সুবজিতে বুজিছিল। যথেষ্ট দিন বেষ্টত বাখিব লাগিব। কেতিয়াবা আকৌ এনে সাংঘাতিক বোগব পিছতো টাইকয়েদ হৈ যায়। এই বিষয়ে তেওঁব নিজব অভিজ্ঞতা আছে।

মনোবমা আহিলত ফুলমণিয়ে বিছনাত বহিব খুজিছিল। মনোবমায়ে উঠিবলৈ নিদিলে। গালত চুমা এটা খাই কলে, "এইজনী প্ৰতিমাব আগত মোকতো মানুহে কুৰূপা বুলি কব। দাদাবে ঠগ খালে। নীলাঞ্জন জীৱন যুঁজত জিকি গ'ল।" সুবজিত নীলাঞ্জনে ছুয়ো ছুয়োবে চকুলৈ চাই মাথোন হাঁহিলে। ফুলমণিয়ে টাৱেলখনব আগটোবে নিজব মুখখন ঢাকি দিলে।

"বাইদেউ, ডাক্তবদাক কৈছিলোঁ। মনোবমাই তিলোত্তমা হৈ যেতিয়া নিৰুপমা হৈ উঠিছিল তেতিয়া দাদাব চকুবে অপবাধ কবিছিল।"

সুবজিতে মনোবমাক কয়, "মই তোমাক নকৈছিলোঁ নে ?

এইজনী ছোৱালীয়ে মানুহক পাগল কৰি দিব পাৰে। ডাঃ হাজৰিকাই এই একৈশ দিনৰ ভিতৰত কেইটা ৰাতি শুইছে সোধাচোন! ঘৈণীয়েকৰ চিকিৎসা হৈছে কলেজ হচপিটেলত আৰু গিৰিয়েকৰ বিনিদ্ৰতাৰ চিকিৎসা পুৰাই পুৰাই মই কৰিব লাগে জেলৰ কোৱাৰ্টাৰত।"•

গিৰিয়েক-ঘৈণীয়েক! ফুলমণিয়ে বেৰৰ পিনে চাই শুনি থাকে। কেতিয়াবা নিস্তব্ধতাই অৰ্থপূৰ্ণভাৱে অবাক উত্তৰ নিয়ে।

নিস্তব্ধতা ভাঙিবলৈ মনোৰমাই সোধে, "মোৰ ভণ্টিজনী, বেয়া পালা নেকি? মই প্ৰথম দিনৰ বাবে আহি জগৰহে লগালোঁ নেকি?"

বাগৰ সলাই ফুলমণিয়ে কয়, "বাইদেউ, ডাক্তৰদাক মই কেতিয়াবাৰেপৰা তুমি বুলি আহিছোঁ। আপোনাকো তুমি বুলিলে বেয়া পাব নেকি?"

"বাইদেৱেকক কোনোবাই আপুনি বোলে নেকি? নে নীলাঞ্জনে শিকাইছে? মজাটো চোৱাঁ। মোৰ স্বামী দেৱতাই ডাঃ হাজৰিকাক মাতে আপুনি বুলি। মই কিন্তু প্ৰথম দিনৰেপৰা নীলাঞ্জনক নীলাঞ্জন বুলিয়ে তুমি-তামাকৈ মাতিছোঁ। নিজৰ মানুহৰপৰা কোনোবাই পাৰমিছন লয় নেকি? মোৰ হলে চকক সুখি চাউল সিজোৱাৰ অভ্যাস নাই।"

ফুলমণিয়ে ভাবে সুৰজিৎ দাদা আৰু মনোৰমা বাইদেউ কিমান সুখী! নীলাঞ্জনৰ লগতো যদি তেওঁ এনে এখন সুখৰ সংসাৰ কৰিব পাৰিলেহেঁতেন। আন মানুহে সুখত থাকিব পাৰিছে। কিয় বাৰু জীৱনটো ইমান ওলট পালট হৈ গ'ল? ব্যক্তিৰ জীৱনত কেতিয়াবা ব্যক্তিয়ে ওলট পালট লগাই দিয়ে। জাতিৰ জীৱনত কেতিয়াবা নপতা ফুকনৰ ভাও লোৱা মানুহে ওলট পালট লগাই দিয়ে। আচলতে বাৰু দোষী কোন? সমাজে সহিলেও প্ৰকৃতিয়ে বাৰু সামাজিক জঞ্জালবোৰ সহিব নে? দেশখনত ন-চহকী শ্ৰেণীটোৰ কোনে সৃষ্টি কৰিলে। ৰামৰতন বৰা ন-চহকী শ্ৰেণীৰ যদি এজন

প্ৰতিনিধি নহ'লহেঁতেন তেতিয়াহলে হয়তো এই অথন্তৰবোৰো নহ'লহেঁতেন! অকলে অকলে বাক যুক্তি প্ৰতি যুক্তিৰে বুজনি দি মনটো কেনেকৈ শান্ত ৰাখিব পাৰি? তিনিমহলীয়া হচপিটেলটোৰ ওপৰৰ কোঠাৰপৰা খিৰিকীয়েদি চহৰখনৰ বিজুলী চাকিৰ দীপাৱলীলৈ চাই চাই মাজনিশা অকলশৰে ফুলমণিয়ে নিজৰ মনৰ লগত বুজা পৰা কৰিছিল।

## জেল

ডাঃ সুৰজিৎ বৰুৱা জেল হচপিটেলৰ চেম্বাৰলৈ যোৱাৰ পিছত পুৱাৰ ভাগত নীলাঞ্জন আহিছিল মনোৰমাক দেখা কৰিবলৈ। ফুলমণিৰ মেডিকেল কলেজ হচপিটেলত থকাৰ ইতিমধ্যে ডেৰমাহ সময় অতীত হৈ গৈছে। এতিয়া চলিছে 'কনভালেচেন্স'ৰ পিৰিয়দ। মূল অসুখ যেতিয়া ভাল হৈ গৈছে তেনে অৱস্থাত সচৰাচৰ জেলৰ হচপিটেললৈ আনিব লাগে। কিন্তু জেলৰ হচপিটেলত ফিমেল ৱাৰ্ড বা বেডৰ ব্যৱস্থা নাই। সম্পূৰ্ণ সুস্থ হৈ উঠিবলৈ এনে অসুখৰ পিছত আৰু প্ৰায় ডেৰমাহমান লাগে। মৃত্যুদণ্ডাধীন বন্দীয়ে ইমান সুবিধা পাব জানো?

জেলকানুনৰ মতে হচপিটেললৈ স্থানান্তৰ কৰাত মেডিকেল অফিচাৰৰ অনুমোদন ক্ৰমে চুপাৰিন্টেণ্ডেন্টৰ মতামতেই চূড়ান্ত। এই মতেই ফুলমণিক মেডিকেল কলেজ হচপিটেললৈ নিয়া হৈছিল। কিন্তু জেললৈ ঘূৰাই অনাৰ কাৰণে ৰোগী সুস্থ হৈ উঠিছে নে নাই সেইটো নিৰ্ভৰ কৰে চিভিল চাৰ্জনৰ মতামতৰ ওপৰত। নীলাঞ্জন আহিছিল মনোৰমাক খাটনি ধৰিবলৈ যাতে ডাঃ সুৰজিৎ বৰুৱাই এই বিষয়ত তদাৰকি কৰি ফুলমণিক সম্ভৱতে কলেজ হচপিটেলতে ৰখাৰ ব্যৱস্থা কৰে।

মনোৰমাই কয়, "নীলাঞ্জন, হচপিটেলখনকে ঘৰ কৰি ললা নেকি?"

"বাইদেউ, ডাঃ বৰুৱাই যদি আপত্তি কৰে তেনেহলে মোৰ কৰবলৈ একো নাই।"

মনোৰমাৰ ইঙ্গিত নীলাঞ্জনে বুজিছিল। জেল মেম্বুৰেন্সৰ বিশেষ ধাবাসমূহৰ বিষয়ে কৰা আলোচনাৰ কথা এওঁলোক সকলোৰে মনত আছে। নীলাঞ্জনে যেনিবা আকৌ মনত পেলাই দিলেহি। মনোৰমাই কৈ উঠিল। "তোমালোকৰ মতলববোৰ বুজিছোঁ দেই। মই বাক এওঁক নিশ্চয় কম যে স্বাস্থ্যজনিত কাৰণত ফুলমণি কলেজ হচপিটেলত থকাটো অত্যন্ত, মানে নীলাঞ্জন হাজৰিকাৰ কাৰণে সাংঘাতিকভাৱে প্ৰয়োজনীয়।"

"ফুলমণিয়ে এইবোৰ বিষয়ে একোৱেই নাজানে। তাৰ উপৰি মোৰ একমাত্ৰ স্বাৰ্থ হৈছে যাতে ছোৱালীজনী সম্পূৰ্ণৰূপে সুস্থ হৈ উঠে।"

জেলৰ মেডিকেল অফিচাৰৰ অনুৰোধত স্বাস্থ্যৰ প্ৰতিও লক্ষ্য ৰাখি আৰু ছোৱালী কাৰণে সদয় হৈ চিভিলচাৰ্জনে নিৰ্দেশ দিলে যে সম্পূৰ্ণ সুস্থ হৈ উঠাৰ চাৰ্টিফিকেট নিদিয়ালৈকে যাতে ফুলমণিক জেললৈ স্থানান্তৰিত কৰা নহয়। নীলাঞ্জনৰ কাৰণে এইটো যেন নতুন মুক্তিৰ পথ। হচপিটেলৰ পৰিৱেশত আৰু নীলাঞ্জনৰ সান্নিধ্যত ফুলমণিয়ে প্ৰায় ছমাহ দিন ধৰি ভয়ানক অৰ্থ থকা বন্দীজীৱনৰ কথা যেন পাহৰিয়ে গৈছিল। শাৰীৰিক সুস্থতা ঘূৰি অহাৰ লগে লগে তেওঁৰ মনতো যেন নতুনকৈ ৰং লাগিছিল।

সন্ধিয়া সময়ত ফুলমণিৰ কেবিনলৈ নীলাঞ্জন আহি দেখে যে খিৰিকীৰ লোহা ছুড়ালত ধৰি ফুলমণিয়ে আলিবাটৰ পিনে চাই আছে। কোনোবা সোমোৱা গম পাই ঘূৰি চাই নীলাঞ্জনক দেখি আশ্চৰ্য প্ৰকাশ কৰি কলে, "তুমিতো আজি অঁহা কথা নাছিল বোলে। মই আজি খোৱাৰ প্লেট ঘূৰাই দিছিলোঁ।"

"কিয়, মই আজি নিশাৰ সাজত ভাগ বহৱাম বুলিহে আহিছিলোঁ।"

"অঞ্জনদা আমাৰ সুখৰ দিনবোৰ বোধহয় শেষ হৈ আহিছে।

দেউতা থকা বছৰকেইটাত মোৰ মনত থকাবেপৰা ইমান যে মৰম কৰিছিল। মই বোলে দেউতাৰ বন্ধু আছিলোঁ। আজি দেউতাৰ কথা ববকৈ মনত পৰিছে। তুমিও দিনটো অহা নাই। মাইকক কেবাদিনো দেখা নাই। তোমাৰ মা আহিলে খালী কান্দি থাকে কাৰণে নাৰ্চেই আহিবলৈ নিষেধ কৰি দিছে। মই কেতিয়াবা ভাবোঁ—মই সকলোকে দুখ দিবলৈহে যেন পৃথিৱীখনলৈ আহিছিলোঁ, আলিবাটৰ মানুহবোৰ দেখিলে ইমান যে ভাল লাগে। নিৰলে চাই থাকোঁ। এই ধুনীয়া পৃথিৱীখনত মোৰ বাক কিয় ঠাই নহ'ল কোনোচোন অঞ্জনদা। অৱস্থাৰ পাকত পৰি যদি কোনোবাই সপোনতো নভবা কাম কৰে তেনেহলে একেবাৰেই কি ক্ষমা নাই? মই কাৰ লগত কথা পাতিম? মোৰ ভাগ্যলিপি বৰ নিৰ্মম। এইবাৰ হৰ্চপিটেলৰপৰা যোৱাৰ পিছত মোক দেখা কৰি আৰু মায়া নবঢ়াবা। মই বাৰু কেতিয়া হৰ্চপিটেল এৰিব লাগিব?"

নীলাঞ্জনে নীৰবে কথাখিনি শুনি আছিল। একে উশাহতে সকলো প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি মাথোন কলে 'তুমি যিমানদিন এতিয়ালৈকে ইয়াত থাকিলা আৰু সিমান দিন থকাৰ বন্দবস্ত কৰি আহিছোঁ। চিভিলচাৰ্জনে সিদ্ধান্ত দিছে যে সম্পূৰ্ণ সুস্থ হোৱাৰ পিছতহে তেখেতৰ চাৰ্টিফিকেট লৈ তুমি ইয়াৰপৰা ওলাই যাব পাৰিবা।" জেললৈ ফিৰি যোৱা বুলি উল্লেখ নকৰিলে। ইয়াৰপৰা ওলাই যোৱা মানেইতো আকৌ জেল।

কেইদিনমানৰপৰা ফুলমণিয়ে খবৰ কাগজবোৰ খুটিয়াই পঢ়িবলৈ লৈছে। দেউতাক থকা দিনৰেপৰা চিৰাচৰিত অভ্যাস। নৰিয়াত বিছনাত পৰি থাকিব লগা অৱস্থাত নিতৌ সন্ধিয়া দেউতাকক ফুলমণিয়ে দৈনিক বাতৰি কাকতৰ খবৰবোৰ পঢ়ি শুনাইছিল। দেশ বিদেশৰ খবৰ বিশেষকৈ বিদেশৰ খবৰ জনাৰ প্ৰতি লক্ষেশ্বৰ বৰুৱাৰ বৰ আগ্ৰহ আছিল। আন্তৰ্জাতিক ৰাজনীতিৰ খবৰ পঢ়াৰ নিচাটো ফুলমণিৰ মনত দেউতাকেই সুমুৱাই দিছিল। মনত পৰে কেনেকৈ ক্লাচ নাইন মানৰেপৰা বৰুৱাই ফুলমণিক নিতৌ

ইংৰাজী কাকত পঢ়িবলৈ উদগনি দিছিল আৰু কেনেকৈ অভিধানখন লগত লৈ ফুলমণিয়ে খবৰ কাগজ পঢ়িছিল। লিপিকাই মাজে মাজে কৈছিল, "তহঁতৰ পৰীক্ষা দেশ-বিদেশৰ খবৰৰ ওপৰত লব নেকি?" ফুলমণিৰ হৈ দেউতাকেই উত্তৰ দিছিল। পৰীক্ষাৰ কাৰণে পঢ়া-শুনা কৰিলেই নহ'ব। মানুহ হবলৈ শিকিব লাগে। মানসিক দিগন্ত প্ৰসাৰিত নহলে চুকৰ ভেকুলী হৈ থাকিব লাগিব। তোমাৰ ছোৱালীক মই বিদুষী নাৰী কৰিব বিচাৰোঁ।

বিদুষী নাৰী! দেউতাকৰ কথা ভাবি ভাবি চকুলো টুকি ফুলমণিয়ে নীলাঞ্জন অহাৰ আগতে নিজৰ মনতে কৈছিল—দেউতা, তোমাৰ লগতে তোমাৰ বিদুষী নাৰীৰ সপোনো মৰহি গ'ল। তোমাৰ বিদুষী নাৰী এতিয়া হত্যাকাৰিণী ৰূপেহে জনাজাত হৈছে। ইয়াৰো শেষ হব কিছুদিনৰ পিছত। মই কিন্তু তোমাৰ ওচৰলৈ যামগৈ, দেউতা তোমাৰ বাহিৰে মোক আৰু কোনেও নুবুজে, মোৰ মনটো কোনেও নুবুজে।

বাতৰি কাকতত প্ৰকাশ পাইছে যে স্পেইনৰ ফ্ৰাংকো ফেচিষ্ট চৰকাৰে দুগৰাকী গৰ্ভৱতী তৰুণী সহ পাঁচজন বিদ্ৰোহী গেৰিলাৰ ওপৰত মৃত্যুদণ্ডৰ আদেশ জাৰী কৰিছে। বিদ্ৰোহীসকলৰ বিৰুদ্ধে অভিযোগ হ'ল যে তেওঁলোকে ৩৬ বছৰীয়া ফেচিষ্ট অত্যাচাৰী শাসনৰ বিৰুদ্ধে জনসাধাৰণক জগাই তুলিবলৈ পুলিচৰ বিৰুদ্ধে সন্ত্ৰাসবাদী কাৰ্যত লিপ্ত আছিল আৰু কেইজনমান পুলিচক নিহত কৰিছিল। হিটলাৰ মুচোলিনীৰ নাৎসীবাদ ফেচিবাদ কাহানি-বাই খতম হৈ গ'ল, কিন্তু ৮২ বছৰীয়া ফ্ৰাংকোই মৰিও মৰ কামোৰ নেৰাদি পুৰাদমে স্পেইনৰ চকুৰ ওপৰত মনুষ্যবিদ্বেষী ফেচিজিম চলাই আছে। তাৰে বিৰুদ্ধেই দেশত গণতন্ত্ৰ পুনৰ প্ৰতিষ্ঠিত কৰাৰ উদ্দেশ্যে, স্পেইনৰ তৰুণ-তৰুণীদলে বিদ্ৰোহৰ ধ্বজা উৰুৱাইছে। ফ্ৰাংকোই কাঢ়ি নিয়া স্বাধীনতা ঘুৰাই আনিবলৈ স্পেইনত গণবাসী মানুহে সংগঠিত ভিত্তিত গোপন আন্দোলন চলাইছিল। প্ৰচুৰ-ত্যাগ স্বীকাৰ কৰিব লগা হৈছে যেনেকৈ এই পাঁচজন মৰিব লগা হৈছে।

কিন্তু গৰ্ভৱতী তৰুণীৰ ওপৰতো মৃত্যুদণ্ড! ফুলমণিয়ে বাতৰিটোৰ বিষয়ে নীলাঞ্জনক সুধি কলে, "অঞ্জনদা, কোনো সভ্যদেশত জানো এনে বৰ্বৰ কাম কৰে? গৰ্ভৱতী তিৰোতাক মৃত্যুদণ্ড দিলেতো শিশুৰে সৈতে মাকক মৰা হৱ। এটা বাক আইনসঙ্গত কাৰণ মৃত্যুদণ্ড দিয়া হৈছে। কিন্তু পেটৰ পোৱালিক মাকৰ লগত মাৰিলে যে শিশুহত্যা হব।"

নীলাঞ্জনেও খবৰটো পঢ়িছিল। পিছৰ খবৰত প্ৰকাশ পাইছিল যে স্পেইনৰ অভ্যন্তৰত আৰু পৃথিৱীৰ দেশে দেশে এই ঘৃণনীয় মৃত্যু দণ্ডৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদৰ ফলত ফ্ৰাঙ্কোই এঘাৰজন গেৰিলাৰ ভিতৰত ছজনৰ ওপৰত দিয়া মৃত্যুদণ্ডৰ আদেশ ৰহিত কৰিলে, কিন্তু আন পাঁচজনক গুলীয়াই হত্যা কৰিলে। গণতন্ত্ৰপ্ৰিয় তৰুণ-তৰুণীৰ কেঁচা তেজৰ সোৱাদ পোৱা নৰপশুৱে ক্ষমাৰতো অৰ্থ বুবুজে। নীলাঞ্জনে কয়, "স্পেইনত অন্ধকাৰ ৰাত্ৰি চলিছে। দিনৰ পোহৰ কেতিয়া আহিব কব নোৱাৰি। ৩৬ বছৰ ধৰি তাৰ মানুহে পোহৰ আনিবলৈ যত্ন কৰিছে। তেওঁলোকৰ যাত্ৰাপথ কণ্টকপূৰ্ণ, কিন্তু এদিন নহয় এদিন তেওঁলোক জয়ী হ'বই। সাধাৰণ মানুহ যে পোহৰৰ পথৰ যাত্ৰী। গণতন্ত্ৰ ৰক্ষা কৰাৰ নামত গণতন্ত্ৰক ধ্বংস কৰা মানুহবোৰক ইতিহাসে কেতিয়াও ক্ষমা নকৰে। স্পেইনৰ কথা বাৰু এতিয়া বাদ দিয়া। বৃটিছ সাম্ৰাজ্যবাদীয়েও কিন্তু গৰ্ভৱতী তিৰোতাৰ ওপৰত মৃত্যুদণ্ড দিয়া নাছিল। মৃত্যুদণ্ডেৰে দণ্ডিতা বন্দিনী গৰ্ভৱতী হলে তেওঁৰ প্ৰাণৰক্ষা কৰাৰ বিধান কৰি লৈছিল।"

নীৰৱে দুয়ো দুয়োৰে চকুলৈ চালে। ইয়াৰ লগত তেওঁলোকৰ জীৱনৰ সম্বন্ধ কি? তেওঁলোকৰ বিবাহ আগতে হৈ যোৱা হলে ফুলমণিৰ এই দুখৰ জীৱন আৰম্ভ হোৱাৰ কাৰণেই নাথাকিলহেঁতেন। স্পেইনৰ মৃত্যুদণ্ডেৰে দণ্ডিতা গৰ্ভৱতী তৰুণীৰ সংবাদটোৱে মনত দাগ কাটি যোৱাকৈ ইমান প্ৰতিক্ৰিয়াও নকৰিলেহেঁতেন। কিন্তু সংবাদটোৱে জানো আন্ধাৰৰ খেপিয়াই খেপিয়াই পোহৰৰ পথ উলিওৱাৰ ক্ষীণ সম্ভাৱনাও অনা নাই, অন্ততঃ নীলাঞ্জনৰ মনত।

নীলাঞ্জনে কয়, "মই আহিছিলোঁ৷ আজি বেছি সময় তোমাৰ ওচৰত থাকিবলৈ, নাইট ডিউটিও আছে আৰু তুমি ভাত নাখাও বুলি খোৱা বস্তুখিনিকে থুৱাই দিলা !"

"মইনো কেনেকৈ জানিম ? যাৰ কপাল পুৰি গৈছে তেওঁ একো বেছি আশা কৰিব নোৱাৰে। বাৰু অঞ্জনদা, তুমি যদি আজি মোৰ লগতে খোৱা ভেনেহলে কেনে হয়। তুমি যদি হোটেলৰপৰা আনা ভেনেহলে মই খুব ভালকৈ সজাই দিম, ঘৰত যেনেকৈ সজাই দিছিলোঁ। কিমান দিন যে তোমাক মই নিজে বাঢ়ি খুৱাব পৰা নাই। এই জীৱনত নোৱাৰিলোঁ। এদিন অন্ততঃ মোৰ অনুৰোধ ৰাখাঁ—আজি তোমাক নিজ হাতেৰে খুৱাবলৈ মোক সুযোগ দিয়া। আমাৰ বিবাহ নহলেও কাঁচী কাঠত উঠাৰ আগলৈকে তুমিয়েই মোৰ স্বামী দেৱতা !"

ফুলমণিৰ চকুপানীখিনি মচি দি নীলাঞ্জনে কয়, "তুমি বেছ্ নীয়া কাপোৰযোৰ পিন্ধা। মই ইতিমধ্যে হোটেলখনৰপৰা আহোঁগৈ।

"কাপোৰযোৰ ক'ত পাম, সেয়া যে ঘৰত থৈ আহিছোঁ।"

"কিয়, নাৰ্চে পেকেটটো দিয়া নাই। চেঞ্জলৈকে মই সম্পূৰ্ণ নতুন সাজ এটা আনিছোঁ।"

টিফিন কেৰিয়াৰ হাতত লৈ কেবিনত সোমাই নীলাঞ্জনে দেখে যে ফুলমণিয়ে অপূৰ্ব সাজেৰে সজ্জিতা হৈ বিছনাখনত বহি আছে। নীলাঞ্জনৰ ওচৰলৈ আহি ভৰিত পৰি সেৱা কৰিলে আৰু কলে, "এয়া মোৰ স্বামীৰ প্ৰতি।"

"আৰু এয়া মোৰ প্ৰিয়তমা স্ত্ৰীৰ প্ৰতি"—এই বুলি নীলঞ্জনে ফুলমণিৰ শিৰত সেন্দুৰ পিন্ধাই দিলে।

"আঙুলিত তোমাৰ সেন্দুৰ কিয় অঞ্জনদা ?"

"আইনাখনত নিজকে চোৱা ?"

ফুলমণিয়ে সশব্দে চিঞৰি উঠে, "এয়া তুমি কি কৰিলা অঞ্জনদা। মোক তুমি কিয় এনেকৈ অপমান কৰিলা। মই যে মৃত্যুপথৰ যাত্ৰী। কিয় কিয় তুমি, এনেকৈ আঘাত কৰিলা ?" বেচিনত সেন্দুৰখিনি

খুলেগৈ। নীলাঞ্জনে মাখোন কৈ উঠে, "পিন্ধোৱা সেন্দুৰ ধুই গুচাব নোৱাৰি ফুলমণি।" ফুলমণিয়েও মনে মনে ভাবিছিল—সেন্দুৰ পিন্ধাইছে বুলি জানি গাটো মুহূৰ্ত্ততে ইমান গৰম লাগি গৈছিল, ধমনীত বিজুলী সঞ্চাৰিত হৈ গৈছিল। হওক মাত্ৰ ক্ষণিকৰ কাৰণে কিন্তু এই মুহূৰ্ত্তটো যে অনন্ত কালৰ স্মৃতিৰ কাৰণে।"

কোনেও বেছি খাব নোৱাৰিলে। নাম মাত্ৰ খোৱাৰ পিছত নীলাঞ্জনে কলে, "ফুলমণি মই এতিয়া ডিউটিলৈ যাব লাগে। তুমি শুৱা মই ৰাউণ্ড ডিউটি শেষ হলেই তিনিঘণ্টামানৰ মূৰত আকৌ এবাৰ আহিম।" যাবৰ সময়ত হাতত হাত মিলাওঁতে ফুলমণিয়ে কৈছিল, "স্বামীদেৱতা হ'লা। কিন্তু এই জনমত আমাৰ মিলন যে স্থগিত থাকিব। আৰু অলপ সময় বৈ যোৱা অঞ্জনদা মই তোমাক হেঁপাহ পলুৱাই চাই লওঁ।" নীলাঞ্জনে কয়, "তুমি শোৱা মই আকৌ আহিম।"

কেবিনৰপৰা ওলাই যাওঁতে নীলাঞ্জনৰ মনত তীব্ৰ উত্তেজনা আৰু মানসিক সংঘাত। কিন্তু কৰ্ত্তব্য কৰিব লাগিব। কেবিনলৈ আকৌ ঘূৰি আহিব নে নাহে। নাহিলে যে ফুলমণিয়ে বেয়া পাব।

মাজনিশাৰ পিছত ৰাউণ্ড ডিউটি শেষ হৈছিল। তেতিয়া ফুলমণিক দৰব খুউৱা আৰু এটা ইনজেকচন দিয়াৰ সময়। নাৰ্চৰ কিউবিকললৈ গৈ নিজে ইনজেকচন দিব বুলি নীলাঞ্জনে এম্পলটো লৈ আহিল। ইতস্ততভাৱে কমটোত সোমাই দেখে যে ফুলমণি গভীৰ নিদ্ৰাত। জগাই তুলি দৰব খুৱাবলৈ ইচ্ছা নকৰিলে। বেৰৰ কালে মূৰ কৰি শুই থকা ফুলমণিৰ গাৰ কাপোৰ কানি কিছু অসংযত অৱস্থাত আছিল।

প্ৰায় এঘণ্টামান চকীখনত বহি ফুলমণিৰ পিনে চাই চাই নানা চিন্তা আহিছিল নীলাঞ্জনৰ মনলৈ। ফুলমণি ইমান ওচৰত অথচ কিমান দূৰত। চিন্তাৰত নীলাঞ্জনে কৰই নোৱাৰিলে কোন সময়ত তেওঁ ফুলমণিৰ কাষত শুই থাকিলেগৈ। পুৱতি নিশা ৰাগৰ সলাওঁতে কাৰোবাৰ গাত লাগি আচৰিত হৈ চকু মেলি

চাওঁতে ফুলমণিয়ে দেখে ওচৰত আন কোনো নহয় স্বয়ং নীলাঞ্জন নিদ্ৰিত অৱস্থাত আছে। আচৰিত হ'ল, ভয় লাগিল, আনন্দিত হ'ল। ভয়েৰে সোধে, "অঞ্জনদা তুমি ইয়াত। তুমি কেতিয়া আহিলা? যদি অঘটন হৈ যায়। ইয়াৰ কাৰণে যদি তুমি চাকৰি বাদ দিব লগা হয়।"

"নিজৰ স্ত্ৰীৰ কাৰণে মই সকলো কৰিবলৈ প্ৰস্তুত। আৰু ঠিক জানিবা যে মই আগ পাছ নাভাবি কাম নকৰোঁ।"

"আৰু অলপ সময়ৰ পিছতে ৰাতি পুৱাব। অজানিতে হলেও এতিয়া জানি ভাল লাগিছে যে এনে অৱস্থাতো মোৰ ভাবী স্বামী মোৰ লগত আছে। তুমি এতিয়া যোৱাগৈ অঞ্জনদা।"

কেবিনৰপৰা ওলাই যাওঁতে নীলাঞ্জনে মাথোন কৈ গৈছিল, "কল্পনা বাস্তৱ হলে কিমান মধুৰ হয়, নহয় নে?"

## তেৰ

প্ৰায় তিনিমাহ হচপিটেলবাসৰ পিছত কাইলৈ ফুলমণি যাবগৈ পুনৰ কাৰাবাসৰ কাৰণে। মধুৰ ব্যৱহাৰৰ কাৰণে হচপিটেলৰ ডাক্তৰ, নাৰ্চ আৰু অন্যান্য কৰ্মচাৰীয়ে ফুলমণিক আপোনজন দৰে ভাবিছিল। ফুলমণিৰ দুখৰ জীৱনৰ কথা সুঁৱৰিও বিদায় জনাবলৈ আহোঁতে অন্তৰঢলা সহানুভূতি জনাইছিল। নীলাঞ্জনৰ বাগদত্তা নাৰী হিচাপেও এই সহানুভূতি পাইছিল অত্যধিক আন্তৰিকভাৱে। সকলোৱেই আশা প্ৰকাশ কৰিছিল যাতে পৃথিৱীৰ ইমানবোৰ আচৰিত ঘটনাৰ লগতে আৰু এটা যেন আচৰিত ঘটনা হৈ যায় আৰু এইজনী ছোৱালীয়ে আকৌ মুক্তজীৱনৰ সোৱাদ পায়।

নীলাঞ্জনে আহি কয়, "এইখন হচপিটেললৈ আৰু মই আহিব নোৱাৰোঁ। তাৰ উপৰি মই কৰ্মস্থল সলাবও বিচাৰিছোঁ। বিলাতত উচ্চ শিক্ষাৰ কাৰণে এবছৰমানৰ আগতে বৃত্তি এটাৰ বাবে দৰখাস্ত

কৰিছিলোঁ—আজি খবৰ আহিছে। তিনি বছৰৰ কাৰণে যাব লাগিব।"

"খুব সুখবৰ অঞ্জনদা। তুমি যাবা আৰু মুকলি জীৱনলৈ। তুমি আৰু ডাঙৰ হোৱা। মোৰ হিয়া ভৰা আন্তৰিকতা আৰু সকলোখিনি শুভেচ্ছা জনাইছোঁ। কিন্তু যোৱাৰ আগ দিনা যাতে দেখা পাওঁ। ঘূৰি আহিলে দেখিবা তোমাৰ ফুলমণি হেৰাই গৈছে। মোলৈ বাৰু মনত থাকিব নে?"

নীলাঞ্জনে বৃত্তি পোৱাৰ খবৰটোহে দিছিল যাবলৈ যে সিদ্ধান্ত কৰা নাছিল সেইটো কোৱা নাছিল। বিদেশলৈ যাব লাগিব কিন্তু সিদিনাৰেপৰা যে নীলাঞ্জনৰ জীৱন স্ফূৰ্তি নতুনকৈ বৰলৈ লৈছে। সংগোপনে হলেও ফুলমণিয়ে তেওঁৰ বিবাহিতা স্ত্ৰী হৈ উঠিল। সময় সুবিধা হলে বিদেশলৈ পিছতো যাব পৰা হব। অযুত নিযুত নিৰক্ষৰ দেশবাসীৰ তুলনাত তেওঁবতো শিক্ষা ক ক ম ম কৰিব নোৱাৰা এজন সাধাৰণ নাগৰিকতকৈতো অযুত নিযুত গুণ বেছি হৈছে। এজন ডাক্তৰ তৈয়াৰ কৰি তুলিবলৈ সমাজে জানো চৰকাৰৰ যোগেদি লাখ টকা খৰচ নকৰে। ইয়াৰ পৰিবৰ্তে তেওঁ সমাজক কি দিয়ে। দুৰ্বলশ্ৰেণীৰ উন্নতিৰ কাৰণে সকলোৱে গাঁৱলৈ যাবলৈ কয় আৰু সুবিধা পোৱা সকলে থাউকতে মুৰ পোলোকা দি বিদেশলৈ গৈ প্ৰায় ঘূৰি নাহে। দেশত বোলে গৱেষণাৰ সুবিধা নাই দা-দৰমহাৰ উপযুক্ত ব্যৱস্থা নাই। নীলাঞ্জনে ভাবে ইমানেই যদি সমাজৰ কাৰণে চিন্তা কৰা তেনেহলে দেশৰ ভিতৰতে থাকি অৱস্থাৰ উন্নতিৰ কাৰণে চিন্তাচৰ্চা নকৰা কিয়? দেশৰ বাহিৰলৈ উচ্চশিক্ষিত বৈজ্ঞানিক ডাক্তৰ আদি গৈ দেশলৈ ঘূৰি নাহিলে ব্ৰেইন ড্ৰেইন বুলি কয়। আটাইবোৰ নো খোৱানা-নাবলিকাৰ কেনেকৈ হয়? ব্ৰেইন ড্ৰেইন নে ডাৰ্টি ব্ৰেইনৰ ড্ৰেইন হয়। দেশৰপৰা সুবিধা লৈ দেশৰ পিনে কিৰি নোচোৱা সকলৰ কিছু সংখ্যক ব্ৰেইনতো ঘূৰি আহিব নিবিচাৰে। নীলাঞ্জনে ব্ৰেইন ড্ৰেইন থিয়ৰি মানানে। মনৰ লগত বুজা পৰা কৰি ঠিক কৰিছে যে ইয়াতেই

তেওঁ নিজৰ সীমাৰ ভিতৰতে থাকি সমাজৰ অন্ততঃ এটা অংশৰ লোকৰ প্ৰতিও দায়িত্ব পালন কৰি সামাজিক কৰ্তব্যবোধ দেখুৱাবলৈ চেষ্টা কৰিব। ইয়াত থকাৰ ব্যক্তিগত স্বাৰ্থও আছে, কিন্তু নিজৰ সংকীৰ্ণতাৰ মাজত আবদ্ধ নাথাকিলে সমাজৰ প্ৰতি কৰ্তব্য কৰাত একো বাধা আহিব নোৱাৰে।

নীলাঞ্জনে কৰ্মস্থলো সলাব বিচাৰিছিল, কিছু বিতশ্ৰদ্ধ হৈ। নিয়ম অনুসৰি তেওঁ ইতিমধ্যেই প্ৰফেচৰ গ্ৰেডত প্ৰমোচন পাব লাগিছিল, শৈক্ষিক আৰু কৰ্মকুশলতাৰ ৰেকৰ্ডৰ পিনৰপৰা তেওঁৰ যোগ্যতা আছিল সন্দেহাতীত। কিন্তু প্ৰমোচনৰ বজাৰত অদৃশ্য হাতৰ টিপনি চলে আৰু এই ক্ষেত্ৰতো তেওঁ বৈষম্যমূলক নীতিৰ বলি হব লগা হয়। ইন্টাৰভিউৰ খবৰ জনাই প্ৰমোচন দিব নোৱাৰাৰ কাৰণে 'দুখ প্ৰকাশ' কৰি অহা চিঠিখন পোৱাৰ পিছতে নীলাঞ্জনে সিদ্ধান্ত কৰিছিল যে তেওঁ প্ৰাইভেট প্ৰেকটিছ কৰিব আৰু এটা নাৰ্ছিংহোম খুলিব। আৰম্ভণিতে টকাসিকা যথেষ্ট লাগিব। বিয়াৰ কাৰণে মাক-বাপেকে কেইহাজাৰমান টকা আগতীয়াকৈ ৰাখিছিল। নিজৰ প্ৰভিডেন্ট ফাণ্ডৰ টকাখিনিৰ লগত সেইখিনি যোগদিলেতো সমস্যা সমাধানৰ এটা পথ ওলায়। ওলাইছিলো, কাৰণ নীলাঞ্জনৰ স্বাধীন বৃত্তি কৰাৰ ইচ্ছাৰ কথা জানিব পাৰি দেউতাকেই কৈছিল যে তেওঁৰ সম্মতি আছে। আনে নাজানিলেও নীলাঞ্জনে জানিছিল যে ফুলমণিৰ লগত মনৰ মিলন হৈ যোৱা অৱস্থাত আৰু মৃত্যু দণ্ডৰ খৰ্গ উদ্যত থকা অৱস্থাত লৌকিকভাৱ একো পথ নাই। নিজৰ সিদ্ধান্তৰ কথা নীলাঞ্জনে লিপিকাকো কৈছিল। ফুলমণিৰ মাক যে তেওঁৰো মাতৃতুল্যা। লিপিকাই যেতিয়া বিষাদমনেৰে কলে, "বাপা, ভাইৰ বিয়াৰ কাৰণে দেউতাকে দহহাজাৰ টকা থৈ গৈছিল। তুমি নিঃসংকোচে সেই টকাও লব পাৰা।" নীলাঞ্জনে উত্তৰত কৈছিল, "মা, ফুলমণিৰ টকাৰ ওপৰত মই কেনেকৈ হাত দিওঁ। তেওঁৰ টকা তেওঁৰেই ব্যৱহাৰ কৰিবলৈ মুকলি হৈ আছিব বুলি মোৰ বিশ্বাস জন্মিছে।"

"অন্ততঃ কেহ চলোৱাৰ খৰচ হিচাপেওতো লব পাৰা ?"

"মা, আপুনি মাফ কৰিব। লৌকিক আচাৰ ব্যৱহাৰ কৰা নাই যদিও ফুলমণিক জানো আপুনি আমাৰ ঘৰলৈ মনেৰে বোৱাৰী হিচাপে উলিয়াই দিয়া নাই ? দেউতাই কৈছিল যে বোৱাৰীৰ কেহৰ সম্পৰ্কত যাতে আনে টকা খৰচ নকৰে। সেইমতেই কাম-খিনি কৰি গৈছোঁ মা।"

হচপিটেল এৰাৰ আগদিনা এইবোৰ কথাকে নীলাঞ্জনে ফুলমণিক কৈছিল। ফুলমণিয়ে কৈছিল, "মোৰপৰাও তাৰ মানে বহুত কথা তুমি গোপনে ৰাখিছিলা।"

"তোমাৰ মোৰ মাজত একো গোপনতা থাকিব নোৱাৰে কাৰণেই কথাখিনি কলোঁ। আৰু কওঁ যে তুমি সময়ত মুকলি হব পাৰিবা বুলি মোৰ বিশ্বাস হৈছে। তোমাক যে সেন্দুৰ পিন্ধাইছিলোঁ, সেইটো জানো ব্যৰ্থ হব।"

"তোমাৰ যেখোন বৰ বিশ্বাস। কিন্তু মই কৈছুৱা নহওঁ অঞ্জনদা। বাৰু, তোমাৰ কল্পিত নাছিংহোমটোৰ নাম কি দিবা ?"

"কল্পনাই যেতিয়া বাস্তৱ ৰূপ পায়গৈ তেতিয়া নামটো তুমিয়ে ঠিক কৰি দিবা।"

"যদি জীয়াই থাকোঁ। আৰু যদি নাথাকোঁ তেনেহলে তোমাৰ ফুলমণিৰ নাম কেনেকৈ জীয়াই ৰাখা তুমিয়ে ঠিক কৰিবা। অৱশ্যে সতিনী আহিলে মোৰ নাম মচি পেলাবা।"

নীলাঞ্জনে নাৰীৰ অভিমানৰ লগত নিবিড়ভাৱে পৰিচিত হৈছিল ফুলমণিৰ হচপিটেলবাসৰ দীঘলীয়া সময়খিনিত। অভিমানৰ বশৱৰ্তী হৈ নাৰীয়ে মুখত কয় এটা, ভাবে আনটো। ফুটাই কওঁতে কেতিয়াবা নিৰ্মম হয়, কিন্তু অন্তৰত থাকে সুতীব্ৰ ভালপোৱাৰ মনোভাব। অভিমান নিবিড়ভাৱে প্ৰেমাশ্ৰিত, অভিমানৰ উত্তৰ অভিমানেৰে দিব নোৱাৰি। সেইহে বিদায় কালত মূৰত হাত ফুৰাই নীলাঞ্জনে ফুলমণিক কৈছিল, "তুমি যাবাগৈ ভিতৰৰ কাৰাগাৰলৈ। বাহিৰৰ কাৰাগাৰৰপৰা মই তোমালৈ অপেক্ষা কৰি থাকিম। প্ৰতীক্ষা

বিয়ানেই দীর্ঘ হয়, প্রাপ্তিৰ আনন্দ তাতোকৈ দীঘলীয়া হয়। অন্ধ বিশ্বাসী নহলেও আইতাই দিয়া বেঙ্নীয়া পাথৰ লগোৱা আঙঠিটোক মই ৰক্ষাকবচ বুলি ভাবোঁ। সেইটোৱে তোমাক ৰক্ষা কৰক, মোক ৰক্ষা কৰক আৰু ৰক্ষা কৰক যদি আমাৰ মাজত অনাগত কোনোবা আছে।”

“তাৰ মানে তুমি কি ক'ব বিচাৰিছা?”

“আটাইবোৰ কথাৰ অৰ্থ কিয় লাগে?”

“তুমি মোক ঠাট্টা কৰিছা নেকি অঞ্জনদা?'

“তোমাক মই অতি আপোনভাৱেৰে বিচাৰোঁ। এই বিচৰাই মোৰ চেতনা ধ্যান আৰু বিশ্বাস সঠিক পথত চলিত কৰিছে। আপোন-ভাৱেৰে বিচাৰিছিলোঁ হচপিটেলৰ কুঠৰীত সেন্দুৰ পিন্ধোৱাৰ দিনা। মোৰ মানত সেইদিনাই সেন্দুৰ দিয়াৰ লগে লগে আমাৰ বিবাহ মিলন হৈ গৈছে। আমাৰ জীৱন ইমান ক্ষন্তেকীয়া বুলি নাভাবোঁ ফুলমণি।”

“অঞ্জনদা, তোমাৰ মৰম আৰু আশীৰ্বে যাতে মোৰ মনটো তোমাৰ ওচৰতে ৰাখে। তুমি ইমান মায়া বঢ়াই দিলা। হচপিটেললৈ নহা হলেই ভাল আছিল। জীৱনৰ বাটত চলা মানুহক মৃত্যুপথৰ যাত্ৰিনীয়ে অবাটে নিয়া নাইতো?”

“যাত্ৰাপথ বেতিয়া একেই হয় তেতিয়া অবাটৰ ভ্ৰান্তিয়ে মানুহৰ মন বিচলিত কৰিব নোৱাৰে।”

নীলাঞ্জন শুচি গৈছিল। ফুলমণিৰ ধাৰাসাৰে ওলোৱা চকুৰ পানীয়ে বিজুলী চাকিৰ জকমকনিয়ে পোহৰাই ৰখা আন্ধাৰ নিশাৰ যাত্ৰাপথটো অচিনাকি কৰি তুলিছিল।

কেইবা গৰাকী নাৰ্চৰ ভিতৰত নাগিনী নাৰ্চজনীৰ লগত এই কেইমাহ ফুলমণিৰ বেছ ভাব হৈছিল। নীলাঞ্জন ওলাই যোৱাৰ পিছত এনাই আহি কলে, “বাইদেউ তই জান? তোৰ কাৰণে মই সদায় ‘প্ৰেয়াৰ’ কৰোঁ। তোৰ-তাল হবলৈ সদায় প্ৰেয়াৰ কৰিছিলোঁ। তোৰ আৰু ভাল হব।” এইবুলি ধুনীয়া নগামাকো

এখন ফুলমণিৰ গাৰ ওপৰত দি দূৰৰপৰা চাই ক'লে, “তই ইমান ধুনীয়া। ডাক্তৰৰ বাক তোৰ লগত বিয়া হব নেকি?” ডাক্তৰ মানে নীলাঞ্জন। ফুলমণিয়ে এনাক দুয়োহাতে টানি আনি সাৱটি লৈ ক'লে, “তোৰ কথা মোৰ খুব মনত থাকিব হিতাৰ। নীলাঞ্জনে নাৰ্ছিংহোম খুলিলে তই তালৈ যাবি নে?”

“তই লগত থাকিলে তোৰ লগত নাথাকি মই ক'লৈ যাম। মোৰ নগাভূমিক মই পাহৰি আছিলোঁ। মোৰ ৰবাৰ্ট নগাভূমিৰ জংঘলত হেৰাই গ'ল। মই নাৰ্চ হলোঁ আৰু ইয়াত তোক লগ পালোঁ। ফাৰ্খন মোক দিছিল। সেইখন তোক দিলোঁ। সেই-খন গাত লগে এনাক পাহৰিব নোৱাৰ।”

দুগৰাকী নাৰীয়ে মনৰ কথা পাতি কিমান সোনকালে যে আপোনৰো আপোন হৈ যাব পাৰে। ফুলমণিয়ে এনাৰ চকুপানী মচি দি কৈছিল, ‘‘হিতাৰ তই মোৰ ভনী হ'লি। মোৰ নিজৰ ভনী নাই। নাগিনী হোৱালীক ভনী বুলি ভাবিলে খুবকৈ জীয়াই থাকিবলৈ মন যায়। আজি ৰাতি আমি দুয়ো একেলগে ভাত খাম—মোৰ ভাতখিনি দুভাগ কৰি বাই ভনী দুয়ো খাম।”

## পোন্ধৰ

মেট্ৰন ইভা ৰবাৰ মনত আজি বৰ আনন্দ। যেনিবা আভাজনীহে আকৌ ঘূৰি আহিছে। ফুলমণিৰ কোঠাটো ইভাই ধুনীয়াকৈ সজাই থৈছিল। কোঠাৰ খিৰিকীয়েদি চালে প্ৰথম দৃষ্টিতে পৰাকৈ ফুলনিবাৰী এখনো এই তিনিমাহে সযতনে তৈয়াৰী কৰাইছিল। জেলত কাম কৰা মানুহৰ অভাৱ নাই। বিনা পইচাত দুজন মানুহে কৰিব পৰা কামত দুবিজনো লগাব পাৰি। ইভাৰ তত্বাৱধানত ফুলমণিৰ কাৰণে কৰা ফুলনিখন সঁচাকৈয়ে মনমোহা হৈ উঠিছিল। ফুলমণি অহাৰ পিছতে ফুলনিখনলৈ

নি কৈছিল, "মামণি, তোমাৰ কাৰণে চোৰাঁচোন, কৰালোঁ। গোলাপ-খিনি কালি প্ৰথম ফুটি উঠিছে। মোৰ ফুলমণি প্ৰস্ফুটিত গোলাপ।" মাকৰ দৰে মৰম পাই ফুলৰ পাহিৰ দৰে ফুলমণিৰ মনৰ পাহিও যেন মেল খাই গৈছিল।

জেলদৈ ফিৰি অহাৰ পোন্ধৰ দিনমানৰ পিছত এদিনাখন ভাত খাই উঠি দেখে যে ফুলমণিয়ে অক অকাই বমি কৰিছে। অজীৰ্ণ হৈছে বুলি ভাবি নেমুৰ পাত শুঙিবলৈ দিলে, বমি বন্ধ কৰা ঔষধো দিলে। কিন্তু একে লেথাৰিয়ে কেবাদিনো বমি হৈ থকা দেখি অজানিতে ইভাৰ মনত এটা সন্দেহে বাহ লৈ উঠিল। আভাৰ অস্থুৰ নিজৰ শৰীৰত থকা দিনবোৰলৈ মনত পৰি গ'ল।

তেতিয়া ইভা আছিল অনভিজ্ঞা। এতিয়া অভিজ্ঞ মহিলা হৈ উঠিছে। কিন্তু এইটো কেনেকৈ সম্ভৱ? নীলাঞ্জনে হচপিটেলত ফুলমণিক আনতকৈ বেছি চোৱা চিতা কৰিছিল। কিন্তু হচপিটেলৰ ইমানবোৰ চকুৰ আগত ইয়ো সম্ভৱ জানো? এদিন সোধো-নোসোধোকৈ ফুলমণিক সুধিয়ে পেলালে, "মামণি, তোমাৰ শৰীৰত দেখোন নতুন লক্ষণ দেখা গৈছে। হচপিটলত একো অঘটন ঘটা নাছিলতো?"

"ইভা বাইদেউ, মই জেলদৈ অহাটোৱেইতো অঘটন। হচপিটেলত আকৌ কি অঘটন ঘটিব। অসুখৰ অঘটনহে হৈছিল। এয়া সুস্থ শৰীৰে তোমালোকৰ কাৰাগাৰলৈ আহিছোঁ। ফাঁচী দিয়াৰ আগতে বোলে বন্দী সম্পূৰ্ণ সুস্থ-হৈ থাকিব লাগে। বেমাৰী মানুহক বোলে ফাঁচী নিদিয়ে। ময়ো যদি বেমাৰী হৈয়ে থাকিব পাৰিলোঁ-হেঁতেন।"

ইভাই আক কথা নবঢ়ালে। ৱাৰ্ডবিলাক বাউণ্ড দিয়াৰ আগতে ডাঃ সুৰজিৎ বৰুৱাক নিজৰ সন্দেহৰ কথাটো কলেগৈ। শুনিয়ে সুৰজিতৰ চিন্তাৰ ছ্ৱাৰ মুকলি হৈ গ'ল। হচপিটেলত থাকোঁতেই যদি ইয়াৰ কাৰণৰ উৎপত্তি হৈছিল। নীলাঞ্জনে জেল মেনুৱেলৰ কিছুমান ধাৰালৈ আলোচনা কৰিবলৈ বহুত দিনৰ আগতে আহিছিল

আৰু প্ৰয়োজনীয় ক্ষেত্ৰত সহায় কৰিবলৈও কৈছিল। ঘটনা হলেতো বহুতো ক্ৰিয়া প্ৰতিক্ৰিয়া হব। কিন্তু ফুলমণিৰ মুক্তিৰ পথ হয়তো ৰচিত হৈছে। পৰীক্ষা কৰিব লাগিব। জেলৰ ডাক্তৰী জীৱনত এনে নাটকীয় পৰিস্থিতিৰ কাৰণে তেওঁ সাজু নাছিল যদিও আগতে ইংগিত নাই পোৱা বুলি কলে ভুল হব।

ফিমেল ৱাৰ্ডলৈ আহোঁতে অনুযোগৰ সুৰত ফুলমণিয়ে ডাক্তৰক কলে, "ডাক্তৰ, আমাৰ প্ৰতি বিৰাগ হ'ল নেকি, এই ফাঁচীৰ আচামী-বোৰৰ প্ৰতি।"

"খুনীয়া মুখত বেয়া কথা শুনিলে মনটোৱেই কেচেমা কেচেম লাগি যায় বুজিছা! বাৰু তোমাৰ বোলে কিবা বমি অহাৰ অসুখ হৈছে। পৰীক্ষা কৰিব লাগিব।"

"পৰীক্ষা নিৰীক্ষা নিশ্চয় কৰিবা। ফাঁচীৰ মঞ্চত তোলাৰ আগমুহূৰ্তলৈকে আমাক যে সম্পূৰ্ণ সুস্থ কৰি ৰাখিব লাগিব। ফাঁচী দিয়া কামটো যাতে সদয়ভাৱে (mercifully) হব পাৰে। মানুহৰ মৰণলৈ এনে ৰসিকতা বাৰু তোমালোকৰ আইনবোৰে কিয় কৰে ডাক্তৰদা! সিদিনা স্পেইনত পাঁচজন বিদ্ৰোহীক mercifully বোলে প্ৰাণদণ্ড দিলে। দেশ-বিদেশৰ প্ৰতিবাদৰ ওচৰত কিঞ্চিত মূৰ দোঁৱাই হেনো অথৰ্ব জৰদগৱ ফ্ৰাংকোই পুৰণিকলীয়া মৃত্যুদণ্ডদানৰ প্ৰথাটো গুচাই ৰাইফলধাৰী দল এটাৰ হতুৱাই বিদ্ৰোহীসকলক বোলে গুলীয়াইহে মাৰিলে। কিন্তু ডাক্তৰদা তোমালোকৰ ইয়াত ৰছীৰে ফাঁচ দি মৰাই হওক বা স্পেইনৰ লোহাৰ ডিঙিবেৰী পিন্ধাই বাজহাড় ভাঙিদি সোতৰ চেকেণ্ডৰপৰা কুৰিমিনিটৰ ভিতৰত মৰাই হওক মৃত্যু মৃত্যুৱেই, সদয়ভাৱে মাৰা, বা নিৰ্মমভাৱে মাৰা, ফল হয় মৃত্যু।"

উত্তেজিত ফুলমণিৰ পিনে চাই ডাক্তৰে শান্ত স্বৰত কলে, "তুমি যেনেদৰে কৈছা মই যেনিবা জল্লাদহে।"

"তোমাক মই জল্লাদ বুলি কিয় ভাবিম। মই ইতিমধ্যে জানিছোঁ যে বৃটিছৰ দিনত জল্লাদ আহিছিল তেজপুৰ আৰু শ্ৰীহট্টৰ জেলৰপৰা।

দেশ-বিভাজনৰ লগে লগে জল্লাদসহ শ্ৰীহট্ট জেল পাকিস্তানৰ হাতলৈ গ'ল। মই জানো মোৰ জল্লাদ তেজপুৰৰপৰাহে আহিব।"

সুৰজিতে কয়, "তুমি দেখোন আজি মোক বহিৰলৈকে কোৱা নাই। হচপিটেলৰপৰা দেখোন বেছ পৰিবৰ্তন হৈ আহিছা।" অৰ্থপূৰ্ণ ভাবত কয়, "অৱশ্যে মই পৰীক্ষা কৰাৰ লাগিব শৰীৰৰ কিবা পৰিবৰ্তন হৈছে নেকি ? মনৰ পৰিবৰ্তনৰ বিষয়ে অৱশ্যে ডাঃ নীলাঞ্জন হাজৰিকাইহে জানিব।"

নীলাঞ্জনৰ নাম উচ্চাৰিত হোৱাত লাজুকী হাঁহিৰে কলে, "ভনীয়েকক দাদাকে ফৰমেলিটি কৰে নেকি ? তুমি নবহা কিয় ? চাহ একাপো খাব লাগিব। তুমি বহা, মই কৰি আনোগৈ।"

মেট্ৰনৰ থকা ঘৰৰ কাৰণে চাহ ভাত কৰাৰ ব্যৱস্থা তাত আছিল। চাহকাপ খাই উঠাৰ পিছত ইভাক সুৰজিতে নিৰ্দেশ দি গ'ল যাতে পিছদিনা ইউৰিন পৰীক্ষাৰ দিহা কৰোৱা হয়। বমি হলে সত্তৰতে একো ঔষধ দিব নালাগে।

দুপৰীয়া ঘৰলৈ আহি সুৰজিতে মনোৰমাক কয়হি, "হেৰা, তোমাৰ ভনীয়েৰাই হয়তো খালাচ পাব!"

"হয় নেকি ? ইমান ভাল খবৰ। চুপ্ৰীমকোৰ্টে ৰায় দিলে নেকি ?"

"নহয় হে, হচপিটেলত বোধহয় মনৰ চুপ্ৰীমকোৰ্টৰ বিচাৰ হৈছিল। তুমি কিবা টিপ দি আহিছিলা নেকি ? ইয়াত পৰীক্ষা-নিৰীক্ষা কৰাৰ লাগিব আৰু হয়তো মই বিহিত চাৰ্টিফিকেট দিব লাগিব।"

জেল মেন্নুৱেলৰ বিশেষ ধাৰাকেইটামানৰ বিষয়ে বহুত দিনৰ আগতে নীলাঞ্জনৰ লগত সুৰজিতে কথা হওঁতে মনোৰমাও উপস্থিত আছিল। ততালিকে সকলো কথা মনত পৰি গ'ল। মনোৰমাই কলে, উদাস ভাব অথচ আনন্দ প্ৰকাশ কৰি, "হওক তেনেহলে, বায়েক কাহানিও মাতৃ হব নোৱাৰে। কিন্তু ভনীয়েকৰ সুখবৰত বায়েকে নিশ্চয় আনন্দ জনাব।"

সুৰজিতে কয়, "ৰমা, তুমি বিচৰা হলেও মই কেতিয়াও নিজৰ সন্তান নিবিচাৰিলোহেঁতেন। সন্তান থাকিলে তোমাৰ আৰু মোৰ মাজত দেৱাল এখন উঠিলহেঁতেন। মই সেইটো কেতিয়াও হবলৈ দিব নোৱাৰোঁ।" সুৰজিতে আৰু মনোৰমা উভয়েই জানিছিল যে তেওঁলোকৰ জীৱনৰ বাস্তৱক মানৱীতাৰে গ্ৰহণযোগ্য কৰাৰ কাৰণেই সুৰজিতে এই যুক্তি দিছিল। কিন্তু এনে যুক্তি দিয়া কাৰণেও যে মনোৰমাৰ খুব ভাল লাগে। মানুহজন ইমান সংবেদনশীল। 'ভগৱান, জনমে জনমে যাতে এনে স্বামীকে পাওঁ'—মনতে প্ৰাৰ্থনা কৰি মনোৰমাই নিঃশব্দে নমস্কাৰ এটা কৰিলে।

সুৰজিতে সুধিলে, "কাৰ প্ৰতি কিহৰ কাৰণে"। "যাৰে প্ৰতি নহওক লাগে, তোমাকনো উৰহিগছৰ ওৰটো কিয় লাগিছে। মই মোৰ স্বামী দেৱতাৰ হকে ভগৱানৰ ওচৰত পাৰ্থনা কৰিছোঁ।"

সুৰজিতে ঈশ্বৰ ভগৱানত বিশ্বাস ৰখকৈ নাৰাখে, কিন্তু মনোৰমাৰ বিশ্বাসক শ্ৰদ্ধা কৰে। কলে, "লগতে প্ৰাৰ্থনা কৰিবা যাতে তোমাৰ স্বামী দেৱতা এই নতুন পৰীক্ষাত উত্তীৰ্ণ হব পাৰে।"

"মইতো ফুলমণিৰ সদায় মঙ্গলে বিচাৰোঁ। ময়েইতো প্ৰথম কৈছিলোঁ যাতে তুমি তাইক সহায় কৰিব পাৰা। সিইতৰ বিষয়টো দেখিছোঁ নিয়তিয়ে হাতত লৈছিল। সেয়েহে ভগৱানক মই অন্তৰেৰে ভক্তি কৰোঁ?"

পিছদিনা মেডিকেল একজামিনেচনৰ ৰিপৰ্ট পোৱাৰ পিছত পোন প্ৰথমতে সুৰজিতে ফোন কৰিলে নীলাঞ্জনলৈ। কলে, "ডাঃ হাজৰিকা, আপোনাক এটা সুসংবাদ দিওঁ।"

নীলাঞ্জনৰ বুকুখন চপ্‌চপাই উঠিল। সুধিলে, "কি সংবাদ, ডাক্তৰ বৰুৱা?"

"ফুলমণিৰ স্বাস্থ্য পৰীক্ষা এটা কৰাইছিলোঁ। লক্ষণ মতেৰে তেওঁ অন্তঃসত্বা।"

শান্তস্বৰেৰে নীলাঞ্জনে উত্তৰ দিলে, "মই জানিছিলোঁ। ফুলমণি হয়তো নাজানে। তেওঁক বুজাই বঢ়াই কৰ যে আমাৰ বিবাহ হৈ

গৈছে যেতিয়া এয়া স্বাভাৱিক কথা।. মোক মাতে এই ভাবি কন্যা কৰে যে মুক্তিৰ পথ হয়তো এনেকৈহে অহাৰ সম্ভাৱনা আছিল।" নীলাঞ্জনে সুৰজিতক কলে কেনেকৈ হচপিটলত ফুলমণিৰ শিৰত সেন্দুৰ দি দিছিল আৰু সেই নিশা নিজকে ফুলমণিৰ স্বামী বুলি ভাবিছিল।

সুৰজিতৰ ফোন পোৱাৰ পিছত নীলাঞ্জনে সিদ্ধান্ত কৰিলে যে অনতিপলমে চাকৰিৰপৰা পদত্যাগ কৰি নাৰ্ছিংহোমটো খোলাৰ দিহা কৰিব লাগে। দেৰি কৰিলে চাকৰিৰ বিষয়ত এই ঘটনাৰপৰা জটিলতাও আহিব পাৰে, প্ৰাইভেট প্ৰেকটিচৰ ক্ষেত্ৰতো অসুবিধাৰ সৃষ্টি হ'ব পাৰে। এমাহৰ নটিচ দি নীলাঞ্জনে পদত্যাগপত্ৰখন লিখি চিভিলচাৰ্জনলৈ পঠিয়াই দিলে। পিছত চিভিলচাৰ্জনে সোধোতে মাথোন কৈছিল, "চাৰ, মই নাৰ্ছিংহোম এটা খোলাৰ দিহা কৰিছোঁ। মা-দেউতায়ো সম্মতি দিছে। আপোনাৰ আশীৰ্বাদ পালে জীৱনত উন্নতি কৰাত আশা থাকিব।" চিভিলচাৰ্জনে উত্তৰত কৈছিল, "তোমাৰ নিচিনা গুণী ল'ৰা জীৱনযুদ্ধত জয়ী হবাই।" নীলাঞ্জনৰ ফুলমণিৰ মোকৰ্দমাজনিত কৰুণ কাহিনীৰ বিষয়ে তেওঁ জানিছিল।

চেম্বাৰলৈ মতাই আনি ইভাক সুৰজিতে কলে, "মিচেচ বৰা! আপোনাৰ সন্দেহ অমূলক নহয়। ইউৰিন্ একজামিনেচনৰ ৰিপৰ্ট-মতে ফুলমণি সন্তান সম্ভৱা।"

ইভাৰ মুৰত যেন বজ্ৰগখন ভাগি পৰিল। "এইটো কেনেকৈ সম্ভৱ হ'ল ডাক্তৰ চাহাব! চুপ্ৰীমকোৰ্টত আপীল বেয়া হলে আৰু মাৰ্চি পিটিছনো গ্ৰহণ নকৰিলে যে দুটা প্ৰাণী মৰিব লাগিব।"

"সেইবিলাক একো নহয়। মই তাৰেই ব্যৱস্থা কৰিব খুজিছোঁ।" সুৰজিতে জেল মেহুৱেলৰ বিধান আৰু নীলাঞ্জনৰ লগত কোনেৰে হোৱা কথা-বতৰাৰ সংবাদ দি কলে, "মিচেচ বৰা, মোৰ ধাৰণা হৈছে ফুলমণিয়ে ঘটনাটোৰ বিষয়ে একো নাজানে। আপুনি তাইক মাকৰ চেনেহেৰে মৰম কৰে। ধীৰে সুস্থিৰে বুজাই কথাখিনি কব। নীলাঞ্জনৰ লগত হোৱা কথা-বতৰাৰ বিষয়েও কব। আৰু কব যে

আইন মতে মোৰ কালবগৰা কৰিব লগীয়া সকলোখিনি কৰিম যাতে তেওঁ বাচি যাব পাৰে।"

সন্ধিয়া ছটামান বজাত জেলৰ ৱাৰ্ডবিলাকত লক্‌আপ হয়। মেট্ৰনৰ লগত থকাৰ সুবিধা পাইছিল কাৰণে ফুলমণিৰ ক্ষেত্ৰত লক্‌আপৰ কড়া নিয়ম নাছিল। আবেলি সময়বোৰৰ ফুলনিখনত ফুলমণিয়ে পুলি বোৱা, গুৰি খুচৰি দিয়া আদি কাম কৰি আছিল। খিৰিকীৰে ফুলনিখনলৈ চাই থাকি ইভাই বাৰে বাৰে ভাবিছিল কেনেকৈ সংবাদটো ফুলমণিক দিয়া হয়। কিমেল ৱাৰ্ডৰ এলাকাৰ আন আন নম্বৰী ৱাৰ্ডবিলাক বন্ধ হোৱাৰ পিছত ইভাই ফুলমণিক মাতিছিল, "মামণি, বাকীবোৰত লক্‌আপ হৈ গ'ল নহয়, তুমি ভিতৰলৈ আহা।"

"বাইদেৱে দেখোন আজি বৰ নিয়মৰ কথা কৈছে!"

"তোমাৰ শৰীৰৰ নিয়মৰ কথা কবলৈ মাতিছোঁ।" লবালবিকৈ হাতমুখ ধুই আহি নিজৰ মাকৰ-গাত লিপিত খাই বহাৰ দৰে বহি ফুলমণিয়ে সোধে, "মোৰ শৰীৰ নিয়ম স্বাস্থ্যৰ কথা ইমানকৈ যে তোমালোকে কৈ থাকা—তুমি নৱিয়া বজা পদ্মটো পঢ়িছিলা নেকি?"

"ফুলমণি, তুমি বাচি গৈছা।"

"তাৰ মানে? আপোনাৰ কিবা খবৰ আহিছে নেকি বাইদেউ?"

"আপোনাৰ নহয়। তুমি........।"

"নোকোৱা কিয়?"

"তোমাৰ যে ইউৰিন একজামিনেচন কৰোৱা হৈছিল।—তুমি মা হবলৈ গৈছা।"

"কি কলে বাইদেউ" বুলি ফুলমণিয়ে উচাট মাৰি উঠি গ'ল। এইটো "কেতিয়াও নহয়, কেনেকৈ হব? নীলাঞ্জনৰ লগত যে মোৰ এতিয়াও বিয়া হোৱা নাই।"

"কিয় তোমাক বোলে শিৰত সেন্দুৰ দি দিছিল, হচপিটেলত একেলগে থাইছিলা?"

"বাইদেউ, মই একো নাজানো। সেইদিনা পুৰতিনিশা সাধ-

পাই উঠি নীলাঞ্জনক মোৰ কাৰত দেখিছিলোঁ। কিন্তু তেওঁ মোক একোকে নকলে বাইদেউ। মোৰ এতিয়া কি গতি হ'ব —মাইজন আগত কেনেকৈ মুখ দেখুৱাম? অপৰাধী আকৌ দ্বিতীয়বাৰৰ কাৰণে অপৰাধী হলোঁ।" ইতাৰ বুকুত মূৰটো গুজি দি কান্দি কান্দি সোধে, "নীলাঞ্জনে জানেনে নাজানে বাইদেউ?"

ইভাই ফুলমণিৰ গায়ে মুখে হাত বুলাই সুৰজিতে কোৱা সকলোখিনি কথা কলে। "এই কাৰণেই কৈছিলোঁ মা-মণি, তুমি বাচি গৈছা। এইবাৰ ডাঃ হাজৰিকাই দেখা কৰিবলৈ আহিলে মাতৃত্বৰ গৌৰৱেৰে স্বামী দৰ্শন হ'ব। তেওঁ বোলে চৰকাৰী চাকৰি এৰি এমাহমানৰ মূৰত প্ৰাইভেট প্ৰেকটিচ কৰিব। আৰু থুলিব এটা নাৰ্ছিংহোম। তাত বা মেটাৰ্নিটি ৱাৰ্ড থাকে নে নাথাকে?"

"যোৱা বাইদেউ, তুমি ছোৱালীৰ লগতো ছুষ্টামি কৰা।"

"মা-মণি, তিৰোতাৰ মাজত যে বয়সৰ সীমাৰেখা নাই। তুমি আমাৰ শাৰীলৈ উঠিব ধৰিছা।"

সেইদিনা ৰাতি বহুত পৰলৈ ফুলমণিৰ টোপনি অহা নাছিল। অঞ্জনদা, তুমি এয়া কি দশা কৰিলা। তুমি মোক মুক্তি দিম বুলি কোৱা হলে মযোতো জানিলোহেঁতেন। শিৰত সেন্দুৰ দিওঁতে আমাৰ বিয়া হৈ গৈছিল বুলিতো মই ভবাই নাছিলোঁ। মনতে বহুত কথা-বতৰা পাতিলে। অঞ্জনদা, তুমি মোৰ কথা ইমানকৈ ভাবা? এইবাৰ দেখা হলে আৰু অঞ্জনদা বুলিব নোৱাৰি! অঞ্জনদা, নীলাঞ্জনক আৰু ওচৰলৈ আনি দি তুমি নিজকে নিৰ্বাসন দিলা!" বেঙুনীয়া পাথৰ লগোৱা আঙঠিটোৰে ওঁঠ ছুটা লিৰিকি বিদাৰি ফুলমণি টোপনি গৈছিল।

## ষোল্ল

নীলাঞ্জন হাজৰিকা সংবেদনশীল ডাক্তৰ। মেডিকেল কলেজৰ চাকৰি এৰাৰ পিছত তেওঁ ব্যক্তিগত

তিত্তিত ভাকবি বৃত্তি আৰম্ভ কৰিছে। লোকৰ হুকুম পালন কৰাৰ নামেইতো চাকৰি—এতিয়া তেওঁ কাৰো হুকুম পালন কৰিব নালাগে। সেই কাৰণেই হয়তো মানৱ সেৱাৰ আদৰ্শৰ বৃত্তিটো হাতে কামে নিজৰ সীমাবদ্ধ সা-সুবিধাৰে বিশেষকৈ সাধাৰণ স্তৰৰ বাইজৰ স্বাৰ্থৰ হকে নিয়োগ কৰিব পাৰিছে। ব্যক্তিক ব্যৱসায় হিচাপে লৈ শিল্পজাত দ্ৰব্য তথা লেলামালৰ ব্যৱসায়ৰ যোগেদি বিশেষ বিশেষ চৰকাৰী বিভাগৰ অন্যায় সুবিধালৈ কৰা অসৎ উপাৰ্জন আৰু হবেক ৰকমৰ ফন্দি কাকতিৰে মুনাফাৰ পাহাৰ তৈয়াৰ কৰা লোকৰ সংখ্যা নগণ্য নহয়। ইকালে সিকালে চালে দেখা যাব যে গোটেই জনমটো কাম কৰিও সৎ উপাৰ্জনেৰে যিটো কৰা হয়তো সম্ভৱ নহ'লহেঁতেন, তেনে ক্ষেত্ৰত চাকৰিৰ বা ব্যৱসায়ৰ তিনি চাৰিমাহতে বেছ কিছু সংখ্যক বৃত্তিধাৰীয়ে চালে চকুবোৰা অট্টালিকাও নিৰ্মাণ কৰাৰ অলৌকিক ক্ষমতা দেখুৱাইছে। এঠাইত নহয়, সমান্তৰালভাৱে কেইবাঠাইতো। সমাজত যেনিবা এনে লোকেইহে সাৰ্থক পুৰুষ।

নীলাঞ্জনেও ফিজ লয়, কিন্তু চাকৰিত থাকিও অধিক ফিজ আদায় কৰা সকলৰ দৰে নহয়। আন বহুতো সৎ ডাক্তৰৰ দৰে তেওঁ ফিজতকৈ ৰোগ নিৰাময়ৰ ওপৰতহে অধিক গুৰুত্ব দিয়ে। সমাজৰ দুৰ্বল শ্ৰেণীক সহায় কৰিব লাগে বুলি দুখী মানুহক পুতৌ কৰাৰ মনোভাৱেৰে প্ৰচাৰযন্ত্ৰই মাজে মাজে বজাৰ বেচ গৰম কৰি ৰাখে। নীলাঞ্জনৰ চিনাকি চিকিৎসকসকলে নিজৰ কামৰ যোগেদি কম সংগতি থকা মানুহক সহায় কৰে। এনেলোকৰ নাম প্ৰচাৰিত নহয়। তাৰ কাৰণে অৱশ্যে খেদ নাই, কাৰণ নীৰৱ কৰ্মৰ যোগেদিহে সমাজৰ উন্নয়ন বহুত ক্ষেত্ৰত সম্ভৱ হৈ উঠিছে। মুৰৰ ওপৰেদি বিটো ধুমুহা পাৰ হৈ গ'ল সেইটোক গা পাতি লৈ সহিবৰ কাৰণেও একাগ্ৰতাৰ ভাৱে তেওঁ কামত লাগিছিল। ফলত মাত্ৰ দুমাহমানৰ ভিতৰতে নীলাঞ্জনে বেছ নাম কৰিব পাৰিছে। নাৰ্ছিংহোমটোও জনপ্ৰিয় হৈ উঠিছে।

এদিন ৰবিবাৰে পুৱা মাকে শাক-পাচলি কুটি আছে। এনেতে নীলাঞ্জনে আহি মাকৰ ডিঙিত ধৰি কলেহি, "মাই দেখোন আজিকালি মোক মৰমেই নকৰা হ'লা।"

"কিনো কৰ অ'। এতিয়াই হাতখন কাটি গ'লহেঁতেন। এতিয়াও তই কেঁচুৱা হৈ আছ নেকি!"

"বাক থাওঁগে দিয়া। আজিকালি মই কথাকলেই তেকাহি মাৰি উঠা।"

মাকে একেচাবে উঠি আহি শাক কটা হাতেৰেই চোলাত ধৰি পুতেকক ওচৰলৈ আনি কলে, "এনেয়ে কেঁচুৱা বুলি কওঁ নে? তইহে আজিকালি কামত ব্যস্ত হৈ পৰিছ। আগৰ দৰে মাৰক মাতিবলৈ তোৰ সময়েই নোহোৱা হৈছে।"

"এয়া চোৱা! দেখিলানে মা, তুমি মোৰ নতুন বগা চাৰ্টটোত দাগ লগাই দিলা। মোক এটা নতুন কিনি দিব লাগিব।"

"দিম বাক দে। বোৱাৰী থকা হলে তাইকে কলোহেঁতেন।"

নীলাঞ্জনে কলে, "বোৱাৰী আছেই, কেইমাহমানৰ পিছতে আহিব পাৰিব মা।"

"পুৱাই পুৱাই তইনো এইবোৰ কি কৰলৈ আহিছ! কুসমণিৰ বাহিৰে যে আনক মই বোৱাৰী কৰিব নোৱাৰিম। তাই মোৰ বুকুখন ভৰাই ৰাখিছে। তাই কিবা নিজৰ কাৰণে জেললৈ গৈছে নে! তাইৰ আপীলটোৰ বিষয়ে কি হৈছে। তোৰ হাতত সুপইচামান আহিছে কাৰণে তাইৰ চিন্তা বাদ দিলি নেকি!"

মাকৰ কথাৰ উত্তৰ নিদি নীলাঞ্জনে কয়, "মা মোৰ বিয়া হৈ গৈছে। তোমাক কবই পৰা নাছিলোঁ।"

আৰ্তনাদৰ সুৰত মাকে কয়, "তোৰ বিয়া হৈ গৈছে? কেতিয়া হ'ল, কাৰ লগত হ'ল? তোৰ কাৰণেই সেইজনী কুলৰ দৰে ছোৱালীয়ে মৰণৰ দিন গণি জেলৰ ভাত খাইছে আৰু তই পইচাৰ মুখ দেখি বিয়া কৰাইছ। লাজো নালাগে? হেৰি শুনিছে নে, আপোনাৰ গুণধৰ পুত্ৰই বোলে বিয়া কৰি আহিছে। তই এই কথা কোৱাৰ

আগতে মৰি লগ'লি কিয় ? আগতেহে কুলমণিৰ কাৰণে মৰি যাম বুলি নিলাঞ্জৰ দৰে কৈছিলি।" নীলাঞ্জনৰ দেউতাক ঘৰত নাছিল আৰু এই সময়টোকে বাচি তেওঁ মাকৰ ওচৰলৈ আহিছিল।

মাকৰ তৰ্জন গৰ্জন হাঁহি মুখে শুনি থাকি নীলাঞ্জনে কয়, "মা তুমি যেনে ৰণচণ্ডী মূৰ্ত্তি ধাৰিছা যেনিবা কিবা অঘটনে কৰি আহিছোঁ।"

"অঘটন কৰিবলৈ আৰু বাকী ৰাখিছ নে ?" আধাকটা শাকখিনি চোতাললৈ দলিয়াই পেলাই মাকে কলে, "খা গৈ ভাত সুখেৰে। মই বঙ্কা বঢ়া কৰিব নোৱাৰোঁ।"

নীলাঞ্জনে আহি মাকক সাৱটি ধৰিলে আৰু কলে, "মা, কুল-মণিৰ বাহিৰে আন কোনোৱেই মোৰ জীৱন থাকে মানে তোমাৰ বোৱাৰী হব নোৱাৰে।" মাকৰ সম্মুখৰপৰা মুখখন আনকালে নি কয়, "কুলমণিৰ লগতেই মোৰ বিয়া হৈ গৈছে মা।"

"তই এইবোৰ কি কৈছ ?" মাক কিছু শান্ত হ'ল।

"মই ঠিকেই কৈছোঁ। হচপিটেলত যে আছিল। অসুখৰ দুমাহৰ মূৰতেই তেওঁ সুস্থ হৈ উঠিছিল। জেলৰ ডাক্তৰ আৰু চিভিল চাৰ্জনৰ অনুমতি লৈ স্বাস্থ্যৰ উন্নতিৰ কাৰণে সৰহ দিন তাত ৰখা হৈছিল। আৰু যে উপায় নাছিল।"

"তই কিবোৰ কৈছ মই বুজাই নাই। তাই আছিল হচপিটেলত, তোৰ বিয়া হ'ল কেনেকৈ ?"

"হৈছিল মা, মই নিজে এদিন শিৰত সেন্দুৰ দি দিছিলোঁ। আৰু বেছি মই কব নোৱাৰোঁ। কুলমণি এতিয়া গৰ্ভৱতী।" এই বুলি কৈ একে উশাহতে নীলাঞ্জন গুচি গ'ল নিজৰ কোঠালৈ।

প্ৰায় লগে লগেই মাকে নীলাঞ্জনৰ কোঠালৈ আহিল। নীলাঞ্জনে বিছনাত আশ্ৰয় লৈছিলহি। মাকে ওচৰতে বহি গালে মুখে হাত ফুৰাই কলে, "কচোন সোণটো এতিয়া কি হব, তাইৰ যদি আপীলত ভাল নহয়, তেনেহলে এটাৰ ঠাইত যে দুটা প্ৰাণী হানি হব।"

নীলাঞ্জনে মাকক বুজাইছিল কেনেকৈ আপীলত হাৰিলেও ফুলমণি বাচি যাব পাৰে। গৰ্ভৱতী নাৰীক ফাঁচী দিয়াৰ বিধান কাৰ্যতঃ নাই। "মা, কোৱা তুমি মোক ক্ষমা কৰিছা বুলি। ফুলমণিৰ একো দোষ নাই। জেলৰ ডাক্তৰে পৰীক্ষা কৰাৰ পিছত কথাটো কওঁতেহে তেওঁ জানিছে।"

"বোৱাৰীয়ে তোক ক্ষমা কৰিছে নে নাই?"

"মই নাজানো মা। ডাঃ সুৰজিৎ বৰুৱাৰপৰা জানিছোঁ যে তেওঁ অৱস্থাটো মানি লৈছে। আপীলত একো নহলেও বুদ্ধিৰে আইনৰ বিধানবোৰ কামত খটালে শিশুৰ জন্মৰ ছবছৰলৈকে মৃত্যুদণ্ডৰ আদেশ কাৰ্যকৰী নকৰাকৈও ৰাখিব পাৰি। কিন্তু সিমান দিন ৰব নালাগে। তোমাৰ বোৱাৰীক এবছৰৰ ভিতৰতে তোমাৰ ওচৰলৈ লৈ আনিব পাৰিম বুলি মোৰ বিশ্বাস হৈছে।"

ল'ৰাৰ কাণখন মৰমতে মোহাৰি দি মাকে কৈ উঠিল, "এতিয়াহে বুজিছোঁ। তয়ো এখন নাটক কৰিলি—চাকৰি এৰাৰপৰা নাৰ্ছিং-হোম কৰালৈকে।"

নীলাঞ্জনে মাকক আকৌ সাৱটি মাৰি ধৰি হাঁহি মুখে কৈ উঠে, "মামণি, তোমাৰ ভৰিৰ বিষটো একেবাৰে ভাল কৰি দিবলৈ মোৰ নাৰ্ছিং হোমত তোমাক পেচেণ্ট কৰি ৰাখিম।"

মাকেও হাঁহিমুখে উত্তৰ দিয়ে, "তাৰ আগতে বৈণীয়েৰৰ কাৰণে মেটাৰ্নিটি ৱাৰ্ডটো ঠিক কৰি ৰাখিবি।"

সেইদিনা আবেলি নীলাঞ্জনৰ মাক-দেউতাকে ফুলমণিহঁতৰ ঘৰলৈ গৈছিল। লগত জোবোণৰ কাপোৰ কানি আৰু বস্ত্ৰ বেহানিৰ চাৰিটা চুটকেছ। ফুলমণিহঁতৰ ড্ৰইংৰুমটো আজিকালি বন্ধ থাকে। ঘৰখনত কাম কৰা ল'ৰাটো আছে। বয়স হোৱাজী মিনি আছে। নাতিনী হোৱাজীক বুকুত বান্ধি লিপিকাই দুখ পাহৰিবলৈ যত্ন কৰে।

মিনিয়েই আহি লিপিকাক খবৰ দিয়ে, "আইতা, পেহাৰ মা আৰু দেউতাক আহিছে গাড়ীৰপৰা বহুত চুটকেছো নমাইছে।"

লিপিকা আহি ভিতৰলৈ মাতি নি বহুৱাৰ পিছত নীলাঞ্জনৰ মাকে কলে, "বিয়নী মই জোৰণ লৈ আহিছোঁ।"

প্ৰথমবাৰৰ কাৰণে এই সম্বোধন আৰু জোৰণৰ কথা শুনি লিপিকা স্তব্ধ হৈ গ'ল। চকুৰ পানীৰে যেন একোকে মনিব নোৱাৰা হ'ল। নীলাঞ্জনৰ মাকে কাহিনীটো ধীৰে ধীৰে বিবৰি কোৱাত লিপিকাৰ অশ্ৰুধাৰা নোমোচাকৈয়ে শুকাই গ'ল। মুখত হাঁহি বিৰিঙি উঠিল। আজিহে দুয়োটা পৰিয়ালৰ মাজৰ বান্ধোন যেন কটকটীয়া হৈ উঠিল। বিদায়ৰ আগ মুহূৰ্তত জোৰণৰ প্ৰতি সঁহাৰি স্বৰূপে দুটা বাকচত দৰাৰ সাজ পোছাক ভৰ্ত্তি কৰি লিপিকাই বাকচ কেইটা গাড়ীত উঠাবলৈ পঠিয়াই দিছিল। গাড়ীত উঠাৰ পিছত লিপিকাই নীলাঞ্জনৰ মাকক কলে, "বিয়নী বোৱাৰীক পকাসুতা খুজিবলৈ যাবলৈ নাপাহৰিব।"

## সোতৰ

নীলাঞ্জন আহিছে জেলত ফুলমণিক দেখা কৰিবলৈ। হুচপিটেলৰপৰা অহাৰ প্ৰায় দুমাহৰ পিছত। এই দুমাহে বৰ ব্যস্ততাৰ মাজেদি অতিবাহিত হ'ল। নতুন নাৰ্ছিংহোম প্ৰতিষ্ঠা, তাৰ উপৰি আছে প্ৰেকটিছ। চহৰতকৈ গাঁওবিলাকলৈকে বেছিকৈ যাব লাগে। ৰাতি বিয়লি মাতিলেও যাব লাগে। জঞ্জালহীন অকলশৰীয়া সংসাৰ, গতিকে মনপুতি কামত লাগি ডাঃ নীলাঞ্জন হাজৰিকা সৰবৰহী ডাক্তৰ হৈ উঠিছে। বহুতে জানিছেও যে ভাগ্যৰ দুৰ্বিপাকত পৰি তেওঁৰ বাগদত্তা তৰুণীয়ে কাৰাবাস বৰণ কৰিব লগা হৈছে। শুভেচ্ছাই বোলে অদৃশ্য শক্তি হিচাপে কাম কৰে। আন একোৱে সহায় নাপালেও মানুহৰ শুভেচ্ছাৰ বলতেই যদি ফুলমণিক মুকলি কৰি আনিব পাৰি। সিদিনা মধুপুৰ বাগানৰ ওচৰৰ গাঁওখনলৈ যে গৈছিল, বৃদ্ধ মণিৰামে কৈছিল,

"ডাক্তৰ বোপা, চাই থাকিবা, মানুহৰ শুভ ইচ্ছায়ো কাম কৰে। তোমাৰ উন্নতি হ'ব। শাওপাতেও কাম কৰিব। সেই ৰতিকান্ত জহনী যোৱাটোৱে মোকৰ্দমা লগাই লগাই মোৰ প্ৰায় আটাই কেউডৰা মাটি দখল কৰিলে। দেখিলা নে? মাৰি মৰকত তাৰ এগোহালি গৰু মৰিল, বসন্তৰোগত পো-বোৱাৰীৰে সৈতে সাতোটা প্ৰাণী জাহ গ'ল। প্ৰকৃতিয়ে কেতিয়াও অন্যায় নসহে ডাক্তৰ বোপা। তুমি ভাল কাম কৰিছা, তোমাৰ সুফল হ'ব। ৰতিকান্তৰ মই নিজে একো ক্ষতি কৰিবলৈ যোৱা নাছিলোঁ। কিন্তু পৃথিৱীয়ে সহ্য নকৰিলে। এনেয়ে নে কওঁ নে শুভইচ্ছাই বাইজৰ আশীষ দিয়ে, শাওপাতেও নিজৰ কাম কৰে। মুঠতে বাইজৰ আশীষৰ বাহিৰে সমাজত কাৰো একো গতি হ'ব নোৱাৰে।"

চুপৰিণ্টেণ্ডেণ্টৰ অফিচ কমত ফুলমণিৰ কাৰণে অপেক্ষা কৰি থাকোঁতে নীলাঞ্জনে মণিৰাম বুঢ়াৰ কথাখিনি মনত পেলাইছিল। আৰু বহুত ভাৱ আহিছিল। কিমানদিনৰ পিছত দেখা হ'ব ফুলমণিৰ লগত নতুন বেশত। সম্বন্ধটোত যে আচৰিতভাৱে নতুনত্ব আহি পৰিছে। নীলাঞ্জনে পিন্ধি আহিছিল ধুতী পাঞ্জাৱী, সেই দবাৰ সাজযোৰৰ এটা।

ফুলমণি আজি প্ৰথমতে নীলাঞ্জনক সেৱা এটা কৰিলে আৰু চকীখনত বহাৰ পিছত সুধিলে, "আজি ইমান দিনৰ মূৰত মনত পৰিল নে? আহিছাও দবাৰ বেশত। তুমি দবা হোৱা কথাটো মই গমকে পোৱা নাছিলোঁ। কইনাৰ কি খবৰ?"

"খবৰ গুৰুতৰ। মাইঁতে কথা পাতিছে। কইনাক বোলে আৰু কিছুদিনৰ পিছতে পঞ্চামৃত খুৱাবলৈ আহিব।"

"মোৰ যে ইমান লাজ লাগিছিল। তুমি মাইঁতক কেনেকৈ কলা?"

প্ৰথম লগ পাওঁতে সুধিছিল। ইতিমধ্যে অৱশ্যে ফুলমণিয়ে ইতাৰ যোগেদি ভাঁৰৰ বাতৰি ভাঁৰে পাইছিল।

"নাৰ্চিংহোম কেনে চলিছে?"

"চলিছে ৰাককৈয়ে। বিশেষকৈ মেটাৰ্নিটি ৱাৰ্ডটো। এনাক বোলে তুমি তোমাৰ নাৰ্ছিংহোমত চাকৰি কৰিবলৈ কৈছিলা। তাইক ষ্টাফ নাৰ্চ কৰি দিছোঁ।"

এনেতে সুৰজিত বৰুৱা আহিলত ফুলমণিয়ে কলে, "তোমালোক ডাক্তৰবোৰে কথা পাতা। মোৰ ইন্টাৰভিউৰ সময় শেষ হৈ গৈছে।"

নীলাঞ্জনে মাতোতেও নৰ'ল। একেকোবেই ইতাৰ কোৱাৰ্টাৰ পালেগৈ

চুপাৰিণ্টেণ্ডেণ্টৰ কমৰপৰা ওলাই আহি সুৰজিত গ'ল নিজৰ চেম্বাৰলৈ। নীলাঞ্জনে মনোৰমাক মাত লগাই যাওঁ বুলি সুৰজিতৰ কোৱাৰ্টাৰলৈ আহিল। মনোৰমাই সুধিলে, "আজিকালি জাতত উঠিছা কাৰণে অহাটো দেখোন পাতলিল। কিন্তু মনত ৰাখিবা, মেডিকেল অফিচাৰে দিব লগীয়া ৰিপৰ্টখিনি ময়ে খাটনি ধৰি সোনকালে দিয়ালোঁ। মাহেকীয়া চেকআপৰ ব্যৱস্থাও ময়ে কৰাইছোঁ, শেহলৈ পৰেকীয়া আৰু সাপ্তাহিক। তোমালোকে কৰিবা অঘটন আৰু জালাতন হয় মোৰ! মানুহৰ যদি কৃতজ্ঞতা-বোধো থাকিলহেঁতেন।"

আদৰমিশ্ৰিত ভৎৰ্সনা শুনি নীলাঞ্জনে কয়, "আপোনাক কৃতজ্ঞতা জনাই মই আকৌ কিয় অপমান কৰিম। বায়েকে নিজৰ কৰ্তব্য কৰিছে। অৱশ্যে নিজৰ তেজমঙহৰ বাইদেৱেও ইমানখিনি নকৰিলেহেঁতেন বুলি মই ডাঠি কব পাৰোঁ।"

"এতিয়া ৰাক মুখৰ আগত বখানিব নালাগে। পঞ্চামৃত খুড়াৰ ব্যৱস্থাটো ইতাৰ কোঠাতে হব। বিশেষ অনুমতি লোৱাই দিছোঁ, আইনৰ যে ইমান সহায় লব পাৰি। জেলত ধৰ্মীয় অনুষ্ঠান পালন কৰিবলৈ দিয়ে। গতিকে সম্পূৰ্ণ আইনসিদ্ধভাৱেই এইটো হব।"

"বাইদেউ, আপুনি উকীল হোৱা হলে ইমানদিনে জজ হৈ গ'লহেঁতেন নিশ্চয়। আৰু ফুলমণিৰ কেছটোও আপোনাৰ আদালতত উঠা হলে।"

"বাম ওকালতি কৰা মানুহোতো লাগে। মই ওকালতিলৈ যোৱা হলে তোমাৰ ডাক্তৰ বন্ধুক কোনে চালেহেঁতেন। বিয়া হোৱাৰ ইমানদিন হৈ গ'ল। তথাপি মানুহটোৱে ঘৰত আছি মোক নাপালে চাহ ভাত একোকে নাখায়। ইমান ভিৰোতো সেকৰা মানুহ আক দ্বিতীয়জন মই দেখা নাই।" মনোৰমাই যেনেকৈয়ে কথা কয় স্বামী গৌৰৱত তেওঁ গৰবিনী, নাথাকিলেই বা যেওঁলোকৰ ল'ৰা-ছোৱালী।

বিদায় লোৱাৰ আগতে নীলাঞ্জনে কৈ যায়, "বাইদেউ, আমাৰ জীৱনতো যাতে আপোনালোকৰ আদর্শ ৰাখিব পাৰোঁ তাৰ কাৰণে আশীর্বাদ কৰিব।"

সুৰজিতে তন্ময় হৈ ভাবিছিল। অফিচত কোনো নাই। ধৰ লাগি ভাবি বহি আছে জে'লৰ মেডিকেল অফিচাৰ ডাঃ সুৰজিত বৰুৱা। ৰিপৰ্ট—এটা ৰিপ'র্ট লাগে, মেডিকেল ৰিপ'র্ট বাট ল অৰিয়েণ্টেড্—জেল মেনুৱেলত থকা আইনৰ সঙ্গতিৰে একনী গাভৰু, একনী সন্তান সম্ভৱা মাতৃ মৰণৰ ক্ষণ গণা অৱস্থাৰপৰা চিৰদিনলৈ মুকলি হৈ আহিব পাৰে। মোৰ ৰিপ'র্টতেই সেইটো সম্ভৱপৰ হব পাৰে নে? হব পাৰে। বহাৰপৰা উত্তেজিত হৈ থিয় দিয়ে সুৰজিত। ছেলফৰপৰা টান মাৰি আনি পাত লুটিয়ায় জেল মেনুৱেলৰ। ইংৰাজে পাতি থোৱা ফান্দ—লৰচৰ কৰিব নোৱাৰি। জেল মেনুৱেলত কিন্তু একো সুৰুঙা নাই নেকি? নীলাঞ্জনে সিদিনা কৈছিল...। ৮৫৩ ধাৰাটোত ৰঙা পেন্সিলেৰে দাগ দি এটা এটা শব্দ সাৱধানে পঢ়ে সুৰজিতে—"চুড এ ফিমেল প্ৰিজনাৰ চেণ্টেন্সড্ টু ডেথ্ বি ফাউণ্ড টু বি প্ৰেগনেন্ট্......" ইয়েচ, চি ইজ প্ৰেগনেন্ট্। তাৰ পিছত কি লিখা আছে? ৮৫৭ ধাৰাত লিখিছে, "হোৱেন দি এক্‌জিকিউছন অব এ ফিমেল হেজ বিন চাছপেনডেড্..... দি চুপাৰিণ্টেনডেণ্ট ছেল এপ্লাই থ্ৰু দি ইন্সপেক্টৰ জেনেৰেল...।"

ডাঃ সুৰজিত বৰুৱাই চুপাৰিণ্টেণ্ডেণ্টলৈ ৰিপ'র্ট এটা লিখিলে, কুসমণি বৰুৱাৰ বিষয়ে। কাঁচীৰ আচামী ফুলমণি বৰুৱাৰ কাঁচী

সম্প্ৰতি স্থগিত ৰাখিব লাগে, কাৰণ ফুলমণি বৰুৱা, এ কনডেম্‌ কনভিক্ত, ইজ প্ৰেগনেন্ট্‌। জেল মেন্নুৱেলত স্পষ্টকৈ উল্লেখ কৰা আছে যে…। চেকেণ্ডলি, ফুলমণি বৰুৱাৰ ব্ৰাংকো নিউমোনিয়া হৈছিল, সুস্থ হোৱা নাই। ফুলমণি বৰুৱা আসন্ন প্ৰসৱা……জেল মেন্নুৱেলে কৈছে—নৱজাতকৰ বয়স ছবছৰ নোহোৱালৈকে মহিলা ফাঁচী আচামীৰ ফাঁচী স্থগিত থাকিব। ৰিপ'ৰ্টত এইটোও সুৰজিতে উল্লেখ কৰিলে যে ফুলমণিৰ ফাঁচীৰ হুকুমৰ বিৰুদ্ধে উচ্চতম ন্যায়ালয়ত আপীল কৰা হৈছে। গতিকে একছেপচনেল চাৰকামষ্টেন্সেছৰ বিবেচনাৰে চৰকাৰে হুকুম স্থগিত ৰাখিব লাগে।

চুপ্ৰীম কোৰ্টত আপীলৰ পৰিপ্ৰেক্ষিতত ফাঁচীৰ হুকুম ইতিমধ্যেই স্থগিত আছিল। সুৰজিতে জানিছিল যে এই নতুন প্ৰতিবেদনৰ ফলত উচ্চতম ন্যায়ালয়ৰ ৰায় নিৰ্বিশেষে মৃত্যুদণ্ডৰ আদেশ কাৰ্যতঃ ৰহিত হৈ যাব। ৰহিত হৈ নগলেও স্থগিত ৰাখিব পৰা হব, এনে স্থগিতকৰণৰ সময় ৮৮২ নং কলমতে শিশুৰ ছবছৰ বয়সলৈকে মাকৰ লগত থাকিব লাগে বুলি কৈ ৰাখিব পৰা যাব আৰু তাৰ পিছত প্ৰয়োজন হলে মেন্নুৱেলৰ ৮৫৩ নং কলৰ ৬ষ্ঠ উপবিধিমতে 'exceptional circumstances'ৰ গইনা লৈ চুপ'ৰিণ্টেণ্ডেণ্টৰ যোগেদি স্থগিতকৰণ প্ৰচলিত ৰাখিব পৰা হব। সবাৰো ওপৰত ৰাষ্ট্ৰপতিৰ ওচৰত আবেদনৰ প্ৰশ্নটো আছেই। এইবিলাক কাৰণতেই মনোৰমাই উকীলে মক্কেলক অভয়বাণী দিয়াৰ দৰে নীলাঞ্জনক কব পাৰিছিল, "নীলাঞ্জন, তোমালোক বাচি গৈছা। যিমানেই দেৰি নহওক লাগে ফুলমণিক ছুৰাই পাবা।"

## ৩৬

পঞ্চামৃত খুউৱা অনুষ্ঠানৰ পিছৰে-পৰা ইভাই ফুলমণিৰ স্বাস্থ্যৰ কাৰণে যথেষ্ট ব্যৱস্থা লৈছিল। প্ৰয়োজনীয় কাম কাজ কৰাৰ বাহিৰে আন কাম একো কৰিবলৈ

নিদিছিল। দুজন মানুহৰ কাৰণে ভাত পানী বন্ধাটো নো কি টান কাম। ইভাই ফুলমণিক সেইবিলাক কামো কৰিবলৈ নিদিছিল। নিজৰ ল'ৰা-ছোৱালী নথকা সুৰজিতে প্ৰয়োজনতকৈ অধিক, তত্বাৱধান লবলৈ নিৰ্দেশ দিছিল। আভাক হেকৰাই ফুলমণিক নিজৰ ছোৱালী স্বৰূপে পাই ইভায়ো একাঠি চৰি গৈ ফুলমণিক যেন বিছনাৰপৰাই নামিবকে নিদিব। ইমান মৰম পায়ো ফুলমণিয়ে কান্দিছিল। বন্দীজীৱন যে বৰ অসহনীয়। খোৱা-বোৱাৰ সুখেই যদি একমাত্ৰ কাম্য হ'লহেঁতেন তেনেহলে সোণৰ পিঞ্জৰাবদ্ধ চৰায়ে সুবিধা পালে বাহিৰলৈ ওলাই নগ'লহেঁতেন। কিন্তু বাঁহৰেই হওক বা সোণৰেই হওক সজা খুলি দিলেই পক্ষী উৰি গুচি যায় দূৰ দূৰণিলৈ। পশু-পক্ষীয়েই যদি এনে ব্যৱহাৰ কৰিব জানে চেতনশীল মানুহে স্বেচ্ছাই কেতিয়াও বন্দীজীৱন যাপন কৰিব নিবিচাৰে। গৰ্ভৱতী অৱস্থাত পাবলগীয়া সকলোখিনি শুশ্ৰূষা আৰু তত্বাৱধানৰ সুবিধা পায়ো ফুলমণিয়ে সেইকাৰণে মাজে মাজে চকুৰ পানীৰে গাৰু তিয়াই দিছিল। সুস্থ মানুহৰ কাৰণে বন্দী জীৱনতকৈ তীব্ৰ মানসিক নিৰ্যাতনৰ আন একো বিকল্প ব্যৱস্থা থাকিব নোৱাৰে।

কিন্তু ধৈৰ্য ধৰিবলৈ শিকিছিল ফুলমণিয়ে। অসীম ধৈৰ্য। ধৈৰ্য-শীল হব লাগিব নীলাঞ্জনৰ কাৰণে, মাকৰ কাৰণে আৰু নতুনকৈ মায়াৰ বান্ধোন সৃষ্টি কৰা ইভা বাইদেউ আৰু সুৰজিত-মনোৰমাৰ কাৰণে। গতিকে দুখৰ ভাগ নিজলৈ ৰাখি বাহিৰত আনন্দ দেখুৱাইছিল। ইভাই দিয়া এখন কিতাপত পঢ়িছিলোঁ যে গৰ্ভৱতী অৱস্থাত মনৰ আনন্দ ৰাখিব লাগে, অহেতুক লঘোণ দিব নালাগে। ফুলমণিয়ে শিকিছিল যে নীলাঞ্জনৰ অনাগত শিশুৰ স্বাৰ্থতেই তেওঁ শুভাকাংক্ষী সকলোৰে মৰমৰ নিৰ্দেশ মানি চলিব লাগিব।

শৰীৰৰ পৰিবৰ্তন প্ৰকট হৈ উঠাৰ লগে লগে ফুলমণিয়ে সুৰজিতৰ আগতো নোলাইছিল। কৈছিল, "তুমি বাৰু মোৰ ওপৰত ডাক্তৰি বিদ্যা ফলাব নালাগে। ইভা বাইদেৱেই পাৰিব। এওঁ 'গাইনিকোলজিষ্ট'

ওলাইছে। এই আন্তৰিকতাত সুৰজিতে আনন্দ পাইছিল। মনোৰমাক কৈছিলগৈ ফুলমণিৰ লাজ্বৰ কথা। মনোৰমায়ো খোচ মাৰিছিল, "তুমি নো গৰ্ভৱতী তৰুণীক চোৱাৰ কাৰণে ইমান চেঁপা'ত দেখুৱাব লাগে কিয়? নিজৰ স্ত্ৰীয়ে যিটো দিব নোৱাৰে তাৰ ক্ষতিপূৰণ পাব বিচাৰিছা নেকি?" এনেবোৰ কথা গা সহা হৈ গৈছে কাৰণে একো উত্তৰ নিদি সুৰজিতে মাথোন হাঁহিলে। তেওঁ জানে মনোৰমাই ফুলমণিক কিমান ভাল পায়। মনোৰমাৰ তাগাদাতেই সুৰজিত বিধিসম্মত ব্যৱস্থাসমূহ লোৱাৰ উপৰিও যথেষ্ট ব্যক্তিগত উদ্যোগ লৈ ফুলমণিৰ সুখ স্বাচ্ছন্দ্যৰ হকে যত্ন লৈছিল। নিজৰ খৰচত নিয়মিতভাৱে ফলমূল আনি দিছিল। ধন বাহাদুৰ নামে ৱাৰ্ডাৰজনক পিটাৰত এটকাকৈ সৰহ দাম দি খাটি গাখীৰ দিয়াইছিল। ফুলমণিয়ে চব জানিছিল আৰু সেইকাৰণেই মাজে মাজে দাদাকৰ ওচৰত আব্দাৰ ধৰিছিল। জেলত কাম কৰা মানুহবোৰ বোলে বাহিৰৰ জগতৰ মানুহৰ লগত যোগাযোগ নৰখাৰ অনভ্যাসত অমানুহ হৈ যায়। জেলৰ বাহিৰত ফুৰাচকা কৰা আৰু খুচিমতে অ'লৈ ত'লৈ যাব পৰা স্বাধীনতাখিনিৰ বাহিৰে তেওঁলোকো হেনো আচলতে বন্দীহে। হাজোতী কয়দীৰ লগত অধিক সময় কটাব লগীয়া হোৱা কাৰণে হেনো তেওঁলোকৰ মানসিকতাও সীমাবদ্ধ হৈ যায়। কিন্তু ফুলমণিৰ প্ৰতি ব্যৱহাৰে দেখুৱায় যে নিয়মৰ ব্যতিক্ৰম থকা দৰে সুৰজিত ইভা আদি কৰ্মচাৰীসকল কাৰাগাৰৰ অভ্যন্তৰ স্বচ্ছ ব্যতিক্ৰম। মানুহৰ সবলতা আৰু কোমলতাৰ কোনো সীমাৰেখা নাই। কাৰাগাৰৰ অভ্যন্তৰ আৰু বহিৰ্দেশৰ সচৰাচৰ নিয়মেৰে সিবিলাকক বিচাৰ কৰিব নোৱাৰে।

মেডিকেল কলেজ হৰ্চপিটেলত ফুলমণিৰ সৰ্বশেষ সাপ্তাহিক চেক-আপৰ পিছত বিভাগীয় ডাক্তৰে কলে—জেলৰ মেট্ৰন ইভা লগত আছিল—এখেতক অহা সপ্তাহত হৰ্চপিটেলত ভৰ্তি কৰিব লাগিব। পিছে আমাৰ ইয়াত 'বেড ফুল', বাৰাণ্ডা বেৰিও ঘপৰাই বেড কৰি দিব লগীয়া হৈছে। জেল কৰ্তৃপক্ষই যাতে আন ব্যৱস্থা কৰে।

আন ব্যৱস্থা আক ক'ত হব? জেলৰ মেডিকেল অফিচাৰৰ বিশেষ চেষ্টাত জিলা কর্তৃপক্ষই অনুমতি দিলে যে উপযুক্ত পুলিচ পহৰা ৰাখি প্ৰাইভেট নাৰ্ছিংহোমলৈকো ডেলিভাৰিৰ কাৰণে নিব পাৰি। চহৰত নাৰ্ছিংহোম দুটা আছে—এটা হৈছে নতুনকৈ স্থাপিত নাৰ্ছিংহোম। নাম এতিয়াও দিয়া নাই, মালিকৰ নাম ডাঃ নীলাঞ্জন হাজৰিকা। সুৰজিতে এইবোৰ জানিছিল যদিও অফিচিয়েলি এতিয়াহে জনাৰ বিষয়ে বিভাগীয় টোকাত লিখিব পাৰিছিল। এইভাৱেই কর্তৃপক্ষৰ হতুৱাই অনুমোদন কৰাইছিল ফুলমণিৰ স্থানান্তৰ নীলাঞ্জনৰ নাৰ্ছিংহোমলৈ।

বাহিৰত পুলিচ পহৰা থাকিলেও এই নাৰ্ছিংহোমত নীলাঞ্জনৰ বাহিৰে আনৰ কর্তৃত্ব নাখাটে। ইভাই ঠিকেই কৈছিল, "মামণি মনোৰমাক ধন্যবাদ জনাবা। তেওঁ তোমাক স্বামীগৃহলৈ পঠাইছে। ডাক্তৰ চাহাবে বৰ সহায় কৰিলে।"

নীলাঞ্জনৰ সান্নিধ্যত ফুলমণি আনন্দত আত্মহাৰা হৈ উঠিল। কল্পনাও কৰিব পৰা নাছিল সে নীলাঞ্জনৰ নাৰ্ছিংহোমত নীলাঞ্জনক তেওঁৰ নিজৰ শিশু উপহাৰ দিয়াৰ শুভক্ষণ আহিব। মেটাৰ্নিটি-ৱাৰ্ডৰ এটা কেবিনত ফুলমণিক ৰখা হৈছিল। ষ্টাফ নাৰ্ছ এনাই বিশেষ তত্ত্বাৱধান লৈছিল। লিপিকা আহিছিল আৰু আহিছিল নীলাঞ্জনৰ নিজৰ মাক। ঘৰুৱা পৰিবেশত ফুলমণিৰ মনত জেল জীৱনৰ অস্থিৰতা নাছিল। সন্তান প্ৰসৱৰ আগত এনে অস্থিৰতা গুচাবলৈকে ডাঃ সুৰজিত বৰুৱাই এই বিশেষ ব্যৱস্থা কৰাইছিল।

নাৰ্ছিংহোমৰ কেবিনত নীলাঞ্জন বেছি সময় নাথাকিছিল। প্ৰথম নিশা এনা যোৱাৰ পিছত ফুলমণিয়ে জোকাইছিল, "আজি মালিকৰ ৰাত্ৰিবাস বা ক'ত হব?"

"মালিকনী স্বাস্থ্যজনিত কাৰণত অকলশৰে থাকিব লাগিব।"

"অঞ্জনদা, তুমি যে ইমান তলে পুতল মই জনাই নাছিলোঁ।"

"এই! স্বামীক কোনোবাই দাদা বুলি মাতে নেকি?"

"অঞ্জনদা মানে দাদা বুলি তোমাক কোনে কলে? ই মোৰ

কাৰণে এটা বিশেষ নাম, মোক বিস্মৃত ৰাখি মোৰ সৰ্বনাশ মাতি অনাৰ পহিলা নম্বৰৰ আচামী।" মুখত হাঁহি আৰু মৰমত মৰি যোৱা ধৰণৰ দৃষ্টি।

নীলাঞ্জনে কয়, "নিজৰ নাৰ্ছিংহোমত অভাৱনীয় পৰিস্থিতিত মাতৃত্বৰ গৌৰৱ অৰ্জন কৰোঁতে ৰাক কেনে লাগিব ?"

"উত্তৰ পাব পিছত। কিন্তু নাৰ্ছিংহোমটোৰ নাম কিয় দিয়া নাই ?"

"নাম দিম তোমাক সুধি। তালৈকে বৈ আছিলোঁ। ল'ৰা হলে নাম ৰাখিম মৃত্যুঞ্জয়, ছোৱালী হলে মৃত্যুঞ্জয়ী। নৱজাতকৰ নামেৰে নাৰ্ছিংহোমৰ নামকৰণ হ'ব।"

এনেতে এনা সোমাই আহিল। নীলাঞ্জনে জানিছিল হচপিটেলত থকা সময়তে ফুলমণি আৰু এনাৰ বন্ধুত্ব হৈছিল, সমনীয়াৰ দৰে তই-তাকৈ মাতিছিল। ফুলমণিয়ে এনাক সুধিলে, "এই তহঁতৰ নাম নোহোৱা নাৰ্ছিংহোমলৈহে আনিলি ? ইমানদিনে নাম এটাও দিব পৰা নাই। নীলাঞ্জনে কিবা মৃত্যুঞ্জয় নামৰ কথা কয়। মই যদি কেচাসোণ বুলি কওঁ !"

এনা লাহে লাহে খিৰিকীৰ কাষলৈ গ'ল আৰু বাহিৰলৈ চাই পঠিয়ালে। কেঁচাসোণ! কিমান দিনৰ মূৰত নামটো শুনিছে। ৰবাৰ্টক তাই এই নামেৰে মাতিছিল। ভৈয়ামৰ ছোৱালী ডালিমীয়ে নগাকোঁৱৰক সম্বোধন কৰিছিল কেঁচাসোণ বুলি। নগাভূমিৰ জীয়াৰী এনাই নিজকে ভৈয়ামৰ ডালিমী বুলি ভাবিছিল আৰু এক স্বপ্নমধুৰ পৰিবেশত ৰবাৰ্টক সুধিছিল, "কেঁচাসোণ আমাৰ প্ৰতীক্ষাৰ শেষ ক'ত ?" নগাভূমিৰ তৃণৰাজিৰ মাজত ৰবাৰ্ট হেৰাই গৈছিল। কিন্তু এনাৰ হৃদয়ৰ স্মৃতি যে চিৰসেউজীয়া হৈ আছে। কেঁচাসোণ নামটো তাইৰ যে এজনীয়া সম্পত্তি

এনাৰ মৌনতা ফুলমণিয়ে ভাঙিলে, "তই দেখোন চামোন হৈ গ'লি ? নাৰ্ছিংহোমৰ মালিকো ইয়াত আছে। আজিয়েই নামকৰণ কৰিলে কেনে হয় ?"

এনাই উত্তৰত কয়, "মই দিয়া নামটো জানো দিবি? ডাক্তৰ চাহাব নাথাকিলেহে নামটো কৰ পাৰে।।"

নীলাঞ্জনে কয়, "এনা তুমি কি ভাবিছা কোৱা। ফুলমণিৰ ইচ্ছামতেই আমি নাৰ্ছিংহোমটোৰ নাম এটা সাজি দিম। আজি মোৰ গৃহলক্ষ্মী যে আহিছে।"

এনাই আগতে ভবা নাছিল। কিন্তু মুহূৰ্ততে যেন নামটো মনতে ঠিক কৰি পেলালে। নৱজাতকৰ নামটোত যদি নীলাঞ্জন আৰু ফুলমণি উভয়ৰে নাম যোগ কৰি দিয়া হয়? এনাই কৈ উঠিল, "ফুলমণি, অঞ্জনমণি নাম দিলে বাৰু কেনে হয়। এই নামত ডাক্তৰ চাহাব আৰু তোৰ ছুয়োটাৰে নাম থাকিব।"

'অঞ্জনমণি' সঁচাকৈয়ে ধুনীয়া নাম। ফুলমণিয়ে কৈ উঠে, "এনা তই জিনিয়াছ।" নীলাঞ্জনৰ নামটো ভাল লাগি গ'ল। পিছদিনা নাৰ্ছিহোমৰ সম্মুখত চাইনবোৰ্ড আঁৰি দিয়া হ'ল "অঞ্জনমণি নাৰ্ছিং হোম।"

নাৰ্ছিংহোমটোৱে যেন প্ৰাণ পাই উঠিল। ফুলমণি অহাৰ পাঁচদিনৰ মূৰত নৱজাতকেও ভূমিষ্ঠ হৈ নাম পালে 'অঞ্জনমণি।'

ফুলমণিয়ে কৈছিল, "নীলাঞ্জন, অঞ্জনদাৰ ল'ৰাৰ নাম অঞ্জনমণি ৰাখিলোঁ। মাইঁতক খবৰ দিওঁতে নামকৰণৰ কথাটোও কবলৈ নাপাহৰিবা।"

ফুলমণিৰ ল'ৰা চাবলৈ সকলো আহিছিল। লিপিকা, ফুলমণিৰ শহুৰ-শাহু, বত্নেশ্বৰ, কণু, মিনিয়েতো কেঁচুৱাটোক লৈ যাবলৈকে ওলাইছিল। ইভাই আহি কৈছিল "মণি মা, তুমি নিজে মা হলেও মোৰ কাৰণে তুমি আভা হৈয়ে থাকিবা।" ফুলমণিৰ সন্তান হোৱাত আনন্দৰ যেন বান উঠিছিল। কিন্তু শিশুৱে যে জন্মৰ মুক্তি পোৱাৰ লগে লগেই বন্দী হৈ উপজিছে। গোটেই পৃথিৱীখনেই কাৰাগাৰ হৈ গ'ল নেকি?

এঘাৰ দিনৰ মূৰত ফুলমণিয়ে নাৰ্ছিংহোম এৰাৰ সময় আহিল। সেইদিনাৰ পুৱাটো হৰ্ষ-বিষাদৰ সমন্বয়ত আন একো নহলেও

স্বাভাৱিক নাছিল। মাক, শাহুৱেক আৰু সকলোৱে শেষত স্বামীক সেৱা কৰি অঞ্জনমণিক বুকুত বান্ধি ফুলমণিয়ে পুলিচ ভানত উঠিবলৈ গৈছিল। এনেতে ডাঃ সুৰজিত বৰুৱা আৰু মনোৰমা আহি উপস্থিত হৈছিল নিজৰ গাড়ীত। সুৰজিতে ফুলমণিক কলে, "ফুলৰাণী তুমি আমাৰ গাড়ীত উঠা। ডাঃ হাজৰিকাৰ ঘৰত তোমাক থৈ আহিমগৈ।" নীলাঞ্জনৰ হাতত এখন চিঠি দি কলে, "ফুলমণিক উচ্চতম ন্যায়ালয়ে মুক্তি দিছে। এয়া আদালতৰ আদেশৰ নকল।"

আনন্দত সকলোৱে চকুপানী ওলাইছিল। মুক্ত শিশুক কোনেও কাৰাবাস দিব নোৱাৰে

লিপিকাৰ ঘৰ লোকে লোকাৰণ্য হৈ পৰিছিল। ৰামৰতন ৰবাৰ ছোৱালী মিনুও আহিছিল লগত স্বামী চেচনজজ। এওঁৱেই ফুলমণিৰ বিচাৰ কৰিছিল। মিনুকে ফুলমণিৰ ডিঙিত সাৱটি ধৰি কৈছিল, "বাইদেউ, আমাৰ বহুতো ওলট পালট হৈ গ'ল। সময়ে বহুত ঘা শুকুৱাই দিছে। আপোনাৰ অৱস্থাত মায়ো হয়তো অন্যথা নকৰিলোহেঁতেন। আমাক আপুনি ক্ষমা কৰিব নে?"

ফুলমণিয়ে উত্তৰত মাথোন কৈছিল, "আমি উভয়ে উভয়ক বাই-ভনী বুলি ভাবিলে ক্ষমাই নিজকে ক্ষমা কৰিব। তোমাৰ কেঁচুৱাটো দিয়াচোন অলপ সময় কোলাত লওঁ। মোৰটো যে বৰ দুষ্ট হৈ উঠিছে। একেবাৰে নীলাঞ্জনৰ মুখখন কাঢ়ি লৈছে।"